BRIKODAR BARUAR BIYA, Part II a social satire written by Shri Lila Gogoi, Dibrugarh University and published by Shri Pranab Kumar Sarma, Radha Prakashan, Rehabari, Gauhati, 1978.

প্ৰকাশক ঃ ৰাধা প্ৰকাশন
ৰিহাবাৰী, গুৱাহাটী-৭৮১০০৮

প্ৰথম প্ৰকাশ ঃ ১৯৭৮



মূল্য ঃ আঠ টকা মাত্ৰ

ছপাশাল ঃ পূৰ্ব্বদেশ মুদ্ৰণ
ৰিহাবাৰী, গুৱাহাটী-৭৮১০০৮

# বৃকোদৰ বৰুৱাৰ বিয়া ঃ দ্বিতীয় খণ্ড

লীলা গগৈ

অধ্যাপক লীলা গগৈৰ
অতুলনীয় অৱদান

কপ্‌লিংছিগা ৰেল
বিয়েৰিং চিঠি
বৃকোদৰ বৰুৱাৰ বিয়া : **প্ৰথম খণ্ড**
বৃকোদৰ বৰুৱাৰ বিয়া : **দ্বিতীয় খণ্ড**
বিশেষ কি লিখিম
বৃকোদৰ বৰুৱাৰ সংসাৰ

# উপহাৰ

'There are three classes of readers :
some enjoy without judgement ;
others judge without enjoyment ;
and some there are who judge while
they enjoy, and enjoy while they
judge. The latter class reproduces
the work of art on which it is
engaged,--Its numbers are very small.'

**—Goethe**

মহৎ সাহিত্য সৃষ্টি মহৎ লোকৰ কাম
এই কাম কৰিবলৈকে মহৎ লোকৰ জন্ম
মহৎ সাহিত্য সৃষ্টি কৰিবলৈ যি পৰিমাণে
মহৎ লোকৰ জন্ম হৈছে, সেই পৰিমাণে
মহৎ পাঠকৰ জন্ম হৈছে বুলি এতিয়ালৈকে
ঠাৱৰ কৰিব পৰা হোৱা নাই। সেই বাবে
সাধাৰণ সাহিত্যসেৱী হিচাপে লিখি উলিওৱা
বৃকোদৰ বৰুৱাৰ বিয়া : দ্বিতীয় খণ্ড
সহৃদয় সাধাৰণ পাঠক-সমাজলৈ উপহাৰ
স্বৰূপে আগ বঢ়ালোঁ। কিমধিকমিতি

'সুৰাগমণি'
ৰতনপুৰ, ডিব্ৰুগড়
২৫ নৱেম্বৰ, ১৯৭৭

শ্ৰীলীলা গগৈ

What greater thing is there for two human souls than to feel that they are joined for life—to strengthen each other in all labor, to rest on each other in all sorrow, to minister to each other in all pain, to be one with each other in silent, unspeakable memories at the moment of the last parting.

—George Eliot

# বৃকোদৰ বৰুৱাৰ চিঠি

সহৃদয় পাঠক-পাঠিকাসকল,

সম্ভাষণ গ্ৰহণ কৰিব। আপোনালোকে নিশ্চয় 'বৃকোদৰ বৰুৱাৰ বিয়া: প্ৰথম খণ্ড' পঢ়িছে; মই কিন্তু এতিয়াও পঢ়া নাই; নপঢ়োঁ। মোৰ বিয়া, মানে মোৰ বিয়া ভগাৰ কাহিনীবোৰ নহয় জানো? হলা গছ পালে আটায়ে বাগী কুঠাৰ মাৰে; 'বৃকোদৰ বৰুৱাৰ বিয়াৰ' লেখকেও তাকে কৰিছে। আপুনি যদি পঢ়িছে, গম পাইছেই, নাই পঢ়া যদি, পঢ়ি চাওক। তাৰ পাছত মন্তব্য কৰিব।

শুনক, বন্ধু! ময়ো বিপ্লৱ কৰিব জানো। এই বিপ্লৱ শব্দৰ বিপ্লৱ, এই বিপ্লৱ ধ্বনিৰ বিপ্লৱ। কাৰণ, শব্দই ব্ৰহ্ম। শব্দৰ বিপ্লৱেই ব্ৰহ্মাৰ বিপ্লৱ অৰ্থাৎ ব্ৰহ্ম-বিপ্লৱ। মই গীতেৰে বিপ্লৱ কৰিছোঁ, কবিতাৰে বিপ্লৱ কৰিছোঁ, কথাৰে বিপ্লৱ কৰিছোঁ। মই বিপ্লৱী। বিয়াৰ ক্ষেত্ৰতো এক নতুন আদৰ্শ স্থাপন কৰিবলৈ বিপ্লৱৰ বাট কাটি আগুৱাই যাম বুলি থিৰাং কৰিছিলোঁ, আৰু সেই বিপ্লৱৰ আহ্বান জনাবলৈ প্ৰস্তুত হৈ ওলাইছিলোঁ। মোৰ এই বিপ্লৱী আদৰ্শৰ মূৰত প্ৰথম কুঠাৰাঘাত কৰিছিল মোৰ মুখ-চোকা বাইদেউ এজনীয়ে, 'তইঁতৰ নিচিনা মুখ-বিপ্লৱী ডেকাবোৰক এজনী বিয়া কৰাই দিলে, ক'ৰ বিপ্লৱ ক'লৈ উৰিব ঠিকনা নাই। তাৰ পিছত দেখিবি, তিৰোতাজনীৰ অনুমতি ন'হলে একোৰেই কৰিব নোৱৰা হৈছ, নাকত ধৰি চাকত ঘূৰাইছে। বিপ্লৱ আহি ড্ৰইং ৰুম পাবহি। থ থ, তোৰ বিপ্লৱ, এজনী বিয়া কৰাই ল। তাৰ পিছত বিপ্লৱ

কৰিবি'। কথা কেইষাৰ পোনতে ইকাণে সোমাই সিকাণে ওলাই গ'ল যদিও, ভাবি চালে মোৰ কটা ঘাত চেঙা তেল মাৰি গ'ল। চেক্‌চেকনি কেইবাদিনলৈকো আছিল, এতিয়া অৱশ্যে ঘা শুকাল।

প্ৰথমতে মই ভাবিছিলোঁ, বিয়া মানে মানুহৰ লগত মানুহৰ বিয়া, হিয়াৰ লগত হিয়াৰ মিলন, মনৰ লগত মনৰ সমন্বয়—এডজাষ্ট্‌মেণ্ট্‌। ইয়াত জাতি, ধৰ্ম, বৰ্ণ, গোত্ৰ, শ্ৰেণীৰ আঁৰ-বেৰ থাকিব নেলাগে। সামাজিক, আনুষ্ঠানিক ৰীতি-নীতি দলিয়াই পেলাই এজনী মনেৰছা, মনে মনে মিলা তিৰোতা বিয়া কৰাব লাগে। এয়ে আছিল মোৰ প্ৰথম আদৰ্শ। কৈশোৰৰ চোকোৰাটোৰপৰা ওলাই নতুন যৌৱনৰ বতাহ পোৱা মোৰ মনত এই আদৰ্শৰ শক্তি আছিল, অসীম, অনন্ত, অপৰিসীম। মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰি, জনজীৱনৰ লগত কাহানিও ভেটাভেটি নোহোৱাকৈ কন্‌ভেণ্ট্‌, ল'ৰেটো, দিল্লী, কলিকতা, লণ্ডন, নিউইয়ৰ্কত শিক্ষা লৈ আহি যদি সমাজৰ সমতা আনিবলৈ মুখ-বিপ্লৱ কৰিব পাৰে, মই নিজে গাঁৱত জন্ম লৈ, বোকা-পানী খচি, জীৱন গঢ়ি, বিপ্লৱ কৰিব নোৱাৰিম কিয় ? নাঙল, পথাৰ, ঘাম নেদেখাকৈ যদি প্ৰলিটাৰেটৰ হৈ দেহা উবুৰিয়াই দিব পাৰে, তেওঁবিলাকৰ হৈ মাত মাতিব পাৰে, মই নোৱাৰিম কিয় ? মই ইউট'পিয়ান বিপ্লৱী নহয়, মই কল্পনাৰে বিপ্লৱ নকৰোঁ। মই খৰ্বাত্মক বিপ্লৱ নকৰোঁ, কৰিলে সৰ্বাত্মক বিপ্লৱ কৰিম। মই বিপ্লৱ কৰিম বাস্তৱৰ সংঘাত সহি। মই ভাবিছিলোঁ অন্ততঃ মোৰ বিয়াৰ ক্ষেত্ৰত এটা আদৰ্শনীয় কাম কৰি সমাজত বিপ্লৱৰ পতাকা উৰাম। জাতি, ধৰ্ম, গোত্ৰ বিচাৰ নকৰি এজনী গুণী-জ্ঞানী ছোৱালী বিয়া কৰাই যুৱীয়া জীৱনৰ পাতনি তৰি হাতত হাত মিলাই সমাজৰ লাইখুটা লৰাই দিম। ইয়াকে দেখি বুৰ্জোৱা, পেটী বুৰ্জোৱা, প্ৰতিক্ৰিয়াশীল, সুবিধাভোগী মানুহবিলাকৰ মনত ভূমিকম্প উঠিব। যদি সঁচা কথা কওঁ, সকলো ফুটুকাৰ ফেন। মুখেৰে বিপ্লৱ কৰি



হিমালয় পৰ্বতটো বগৰাই পেলাবলৈ মনত সাহস, বাহুত বল আছে বুলি ভাবিছিলোঁ যদিও, বাস্তৱ ক্ষেত্ৰত শিলগুটি এটাও বুটলি ল'বলৈ সক্ষম নহলোঁ।

বিয়া আচলতে কোনো আদৰ্শৰ বস্তু নহয়, মানুহৰ জীৱনত জৈৱিক প্ৰয়োজন মাত্ৰ, It is a biological necessity। যেতিয়া বয়স হ'ল, মনে লগ বিচাৰিবলৈ ধৰিলে তেতিয়াহে উমান পালোঁ, বিয়া আৰু বিপ্লৱ সমানে নচলে। দুয়ো পিঠিয়া-পিঠি। যেতিয়াই বিয়া কৰাবলৈ ছোৱালী এজনী চোৱাৰ কথা ওলাল, তেতিয়াই ৰূপ, সৌন্দৰ্য্য, বয়স এইবোৰৰ কথা মনলৈ আহিল। এৰা, নিজৰ কাষে কাষে গৈ থাকিবলৈ এজনী ৰূপহী গাভৰুৰ প্ৰয়োজন, তদুপৰি থাকিব লাগিব নাৰীসুলভ কমনীয়তা, অমায়িকতা, সৰলতা। কাৰণ, সিগৰাকীও মোৰ সমানে বিপ্লৱী হ'লে এইখন ঘৰ গুচি ৰণাঙ্গন হ'ব। বিপ্লৱীৰ ঘৰতে যদি প্ৰতিবিপ্লৱ আৰম্ভ হয়, তেতিয়া হ'লে সংশোধনবাদী হ'ব লাগিব। ৰূপে-গঢ়ে বিতোপন ছোৱালী এজনী পোৱাৰ পিছতে মনলৈ আহিল বংশ-মৰ্য্যাদাৰ কথা, তাৰ পিছত ক্ৰমে গোত্ৰ, জাতি, ধৰ্ম, সকলো। বিপ্লৱৰ আদৰ্শ জীয়াই ৰাখিবই লাগিব অথচ ৰূপ, সৌন্দৰ্য্য, জাতি, ধৰ্ম মিলাই এজনী জীৱন-লগৰীও লাগে, গতিকে বিপ্লৱ সাময়িকভাবে স্থগিত ৰাখিলোঁ। মোৰ লগৰ কেইবাজনো বিপ্লৱীয়ে বংশ-মৰ্য্যাদা জাতি-কুল মিলাই বিয়া কৰাই ড্ৰইং ৰুমৰ ভিতৰতে মুখ-বিপ্লৱ কৰি আছে ; মই কিন্তু নোৱাৰিলোঁ। অৱশ্যে মোৰো ইতিহাস আছে ; ময়ো মনে মনে তাকেই কৰিম বুলি ভাবিছিলোঁ ; কিন্তু তাকে কৰিব নোৱাৰিহে আঙুৰ টেঙা বুলি কৈছোঁ। মোৰ হ'লে আৰু এটা ইচ্ছা আছিল, এজনী উচ্চ-শিক্ষিতা, ভাল চাকৰি কৰিবপৰা ছোৱালী বিয়া কৰোৱাৰ, সেয়ে হ'লে বিপ্লৱ কৰিবলৈ অধিক সুচল হ'লহেঁতেন, কাৰণ, সৰহীয়া পা-পইচা, দা-দৰমহা নহলে বিপ্লৱ নচলে। বিপ্লৱ চলিবলৈ হ'লে হয় চকা নহয় টকা, যি কোনো এটা লাগিবই। ইন্‌কিলাব জিন্দাবাদ।

মই বিপ্লৱ স্থগিত ৰাখি যেতিয়াই বিয়া কৰাবলৈ ওলালোঁ তেতিয়াই এশ এবুৰি সমস্যা ওলাল। তাৰে কিছুমান আপোনা-লোকে নিশ্চয় পঢ়িবলৈ পাইছে। আটাইবোৰ সঁচা নে সজা মই ক'ব পৰা নাই, কিন্তু কিছু পৰিমাণে ৰঞ্জিত আৰু কিছু পৰিমাণে অতিৰঞ্জিত যে সেইটো খাটাং। যিজন লেখকে কথাবোৰ লিখিছে তেওঁ বঢ়াই নক'লেও মানুহে বিশ্বাস নকৰে। এবাৰ এজনে ৰাজহুৱা-কৈয়ে অভিযোগ আনিছিল, বোলে, তেওঁৰ বঢ়াই কোৱাৰ অভ্যাস আছে।

কথাটো সঁচা, মোৰ জীৱনেদি বহুতো ঘাত-প্ৰতিঘাত, উঠন-পতন, ঠেলা-হেঁচা পাৰ হৈ গৈছে। মোৰ মতে, মই কাহানিও পৰাজিত হোৱা নাই; নহওঁ; হ'ব নেলাগে। মই যেতিয়া চেঙেলীয়া ডেকা আছিলোঁ, তেতিয়া বহুতো গাভৰুৰ হাঁহি থকা মুখ মোৰ মনলৈ আহি আমনি কৰিছিল। সিহঁতৰ দেহৰ পাহিবোৰ মনলৈ উৰি উৰি আহি সুৰভি বিলাই থৈ গৈছিল। তাৰ পাছত হঠাৎ বিপ্লৱৰ দীক্ষা ললোঁ। কিছুমান কিতাপ পঢ়িবলৈ ধৰিলোঁ; কেৱল কিতাপ। কিতাপৰ পাতত বিপ্লৱ কৰাৰ সমান ডাঙৰ বিপ্লৱ নাই। কাম কৰিবলৈ টান পোৱা কিছুমান ধোদেহে বেছিকৈ কিতাপ পঢ়ে। কিছুমানে শ শ হেজাৰ হেজাৰ কিতাপ পঢ়িয়েই আছে কিন্তু তেওঁৰ কোনো নৈতিক-অৰ্থনৈতিক, ইহলৌকিক-পাৰলৌকিক উন্নতি হোৱা দেখা নাই। আনহাতে এনে কিছুমান মানুহ আছে, যি কিতাপ পঢ়িব লাগিছিল, কিতাপ পঢ়ি জ্ঞান আৰ্জি বিলাব লাগিছিল, সেইবোৰ মানুহে কিতাপ নপঢ়ি তাচ-জুৱা খেলিয়েই জীৱিকা উপাৰ্জন কৰি টোপোলা-টোপোলে ধন দৰমহা হিচাপে লৈ আছে। কিতাপ পঢ়ি পঢ়ি মোৰ মূৰত টাটম বান্ধিলে। সাহিত্য, সংস্কৃতি, সমাজ, ৰাজনীতি সকলোতে বিপ্লৱ নতুবা বিপ্লৱৰ পিতৃৰ মুখখন দেখিবলৈ ধৰিলোঁ। মোৰ বিপ্লৱেই সত্য; সৃষ্টিৰ চিৰন্তন নীতিও অসত্য, এই সত্যৰ পাৰ পালোঁ। ইপিনে বুৰ্জোৱা, সিপিনে



বুৰ্জোৱা। চাৰিওপিনে বুৰ্জোৱা জাবৰত মই বুৰ গলোঁ; থাউনি নোপোৱা হলোঁ। নৈ বৈ আছে—নিৰৱছিন্ন গতিৰে। বৈ যোৱা পানীবোৰ গুচি গল, উলটি নাহে; নতুন পানী আহিব কিন্তু সোঁত নিছিগা ধাৰে বৈ থাকিব। কোনো সূত্ৰই অপৰিৱৰ্ত্তনীয় নহয়, কোনো চিন্তা যুগজয়ী হ'ব নোৱাৰে; যুগৰ বুকুলৈ, কালৰ বুকুলৈ পৰিৱৰ্ত্তন আহিবই। ময়ো সলনি হ'লোঁ। বিপ্লৱৰ ধাৰা নৈৰ পাৰে পাৰে স্থকীয়া। কোনখন নৈৰ পাৰত মই থিয় দিম? দেশ এখনক, তাৰ মানুহবোৰক জানিবলৈ হ'লে ঠাইখনৰ ভূগোল আৰু বুৰঞ্জী জানিব লাগিব। মই যিবোৰ কিতাপ পঢ়িলোঁ, তাত আমাৰ দেশৰ কথা নাই, নৈৰ পানীৰ বৰণো অমিল। কথা-কাণ্ডই বেলেগ। গতিকে প্ৰকৃত প্ৰয়োজনৰ বতৰত এই কথাবোৰে মোক বিশেষ সহায় নকৰিলে; কল্পনাৰ পাখি মেলি তাৰে ছাঁত বিপ্লৱ কৰি বহি থাকিলোঁ।

বিয়া পাতিবলৈ মই আয়োজন কৰা নাছিলোঁ। আজিকালি যি কোনো ডেকাই বিয়া কৰাই লৈ সমস্যা আৰু দায়িত্বৰ (Dr. Alfred Adler এ কৈছে, 'The Don Juans among men and the light-o'-loves among women are afraid of marriage'.) মাজত সোমাবলৈ ভয় কৰাৰ দৰে ময়ো ভয় কৰিছিলোঁ। ঘৰ নচলে বুলি দেউতাই বিয়া পাতি দিব খুজিছিল কুৰি বছৰৰ আগতে। পথাৰত জাকৈ-জুলুকি বাই মাছ-পুঠি খুৱাব পৰা, কুই-তুলি, তাঁত-সূত বৈ আইক দস্তুৰমত সহায় কৰিব পৰা বেছ খামিডাঠ গাঁৱলীয়া ছোৱালী এজনী চাইছিল। আমি আইক বৌ বোলোঁ। বৌ আৰু দেউতাই মানুহ ঘৰলৈ ঘনাই অহা-যোৱা কৰিবলৈ লৈছিল। লগে লগে ছোৱালীজনীৰ দেউতাক-মাকক বিয়ৈ-বিয়নী বুলি সম্বন্ধ ধৰিবলৈ আৰম্ভ কৰিছিল। ছোৱালীজনীৰ দেউতাকো দুদিনমান আহিছিল। বৌৱে মোক দুদিনমান ভাতৰ পাতত বহুৱাই লৈ ভালকৈয়ে ফুচুলাইছিল। মই ভেকাহি মাৰি আঁতৰি

গ'লোঁ। তাৰ পিছত চাকৰি বিচাৰি যাওঁ বুলি ঘৰৰপৰা পলালোঁ। পলাই গৈ মাৰ্ঘেৰিটাত পি-ডব্লিউ-ডিৰ ৱৰ্কচাৰ্জ মহৰি সোমালোঁ। এইটো কামৰপৰা আটায়ে খেদাব পাৰে, কিন্তু কোনেও দিব নোৱাৰে, গতিকে কাম যাবলৈ বেছি দিন নেলাগিল। চেক্সন অফিচাৰ জনৰ ঘৰ-বুঢ়ী নট্‌টিলা ভনীয়েক এজনী আছিল। তাইক বিয়া কৰালে চাকৰিটো স্থায়ী কৰি দিম বুলি লোভ দেখুৱাইছিল; মই চকু থাকি জলঙাত ভৰি দিবলৈ নহ'ল। দুবছৰৰ পাছত হঠাৎ চাইকেলৰ চেইন পৰাদি মোৰ চাকৰিটোও বাগৰি পৰিল। আৰু কেইমাহমান অ'ত-ত'ত দুদিন-চাৰিদিনকৈ কাম কৰি ঘৰ ওলালোঁগৈ। ঘৰত কোনেও একো নক'লে। এইবেলি ৰাতিৰ কলেজত নাম লগাই লৈ দিনত চাকৰি বিচাৰিবলৈ ধৰিলোঁ। দিনচেৰেকলৈ বিয়াৰ কথা তল পৰিল।

'নলগা বগৰী তল ভৰি সৰিল; নোখোজা ছোৱালী নজনী মৰিল।' কলেজৰপৰা ডিগ্ৰী লৈ ওলোৱাৰপৰা এতিয়ালৈকে কিমান নলগা জেঙাত লাগিবলগীয়া হৈছে, তাৰ হিচাপ নাই। কোনোবাই হয়তো যাচিম বুলি ভাবি থাকোঁতেই আন কোনোবাই যাচিছে, কিন্তু পছন্দ হোৱা নাই; কোনোবাজনী পছন্দ হৈছে, খুজিম বুলি ভাবি থাকোঁতেই বিয়া হৈ গৈছে। কাৰোবাৰ লগত বিয়া হওঁ হওঁ কিন্তু টুটকীয়াই হোৱা বিয়াখন ভঙাই দিলে। কেতিয়াবা ক'ৰবাত চকুতলগা ছোৱালী এজনী দেখি বিয়া কৰাবলৈ প্ৰস্তাৱ দিওঁ দিওঁ হওঁতেই ঘটনাই আন গতি লয়। ধুনীয়া ছোৱালীবোৰে ভাবে, সিহঁতক বিচাৰি দৰা আপুনি আহিব। ৰত্নক বিচাৰি মানুহ যায়; ৰত্নই কাকো বিচাৰি যাব নেলাগে। মুঠতে মোৰ বিপ্লৱ কিতাপৰ পাতত দিনক দিনে টেপেচা মাৰিবলৈ ধৰিলে। ৰূপ, সৌন্দৰ্য্য, বংশ, গোত্ৰ, জাত, কুল, আন কি, এঘাৰদিনীয়া, মাহেকীয়া, পুৰুষ-সংহতি, নিকা-সংহতি বিচাৰ কৰোঁতে কৰোঁতে মোৰ বিপ্লৱৰ নীহাৰিকা খণ্ড-বিখণ্ড হৈ উল্কা-বৃষ্টি হ'বলৈ ধৰিলে। কলঢোপ কলঢোপকৈ



বিপ্লৱ জীয়াই থাকিল। ক্ষীণ কল্পনাৰে বিপ্লৱ জীয়াই ৰাখিবলৈ চেষ্টা কৰিলোঁ।

এদিনৰ কথা। শৰত কালৰ পূৰ্ণিমা নিশা। পশ্চিমাকাশত পূৰতী নিশাৰ পূৰঠ জোনটোৰ কোমল মুখখন লাহে লাহে শেঁতা হৈ আহিছিল। পাতল কুঁৱলীৰ পৰশত মিঠা মিঠা জাৰ অনুভূত হৈছিল।

এটা সপোন দেখিছিলোঁ। সপোনৰ শেষত কোনোৱা এগৰাকী অপৰূপা গাভৰুৱে দুৱাৰত টক্‌টকাই মতা যেন শুনিলোঁ। পূৰতী নিশাৰ সপোন হেনো ফলিয়ায়। চক্‌মক্ খাই উঠি বহিলোঁ। তাৰ পিছত দুৱাৰখন খুলি বাহিৰলৈ ওলাই গলোঁ। তেতিয়াও জোনাক আছিল কিন্তু পুহৰি পুহৰি হৈছিল। দূৰৈত কাউৰীয়ে কা কা কৰাৰ ক্ষীণ শব্দ আহি কাণত পৰিছিলহি। আকাশত এবুকু উজ্জ্বল তৰা তেতিয়াও তিৰবিৰাই আছে। পিৰালি কাষৰ জোপোহা শেৱালী জোপাৰ ফুলবোৰ এপাহ-দুপাহকৈ সৰিবলৈ আৰম্ভ কৰিছে। জোনৰ জ্যোৎস্নাত অভিভূত হৈ সুগন্ধি সুবাসেৰে ওৰেনিশা উপহাৰ দি পূৰতিৰ লগে লগে ঠাৰিৰপৰা বিদায় লোৱা শেৱালী ফুলবোৰ দুবৰিৰ দলিচাত শুই পৰিছে। এপাহ-দুপাহকৈ সৰি শেষ হ'ব।

বাৰান্দাৰ চকীখনত বহি টুকুৰা-টুকুৰ সপোনটো জোৰা দিবলৈ চেষ্টা কৰিলোঁ। জোনটো ক্ৰমে শেঁতা হৈ আহিছিল। আকাশত এটি-দুটিকৈ তঁৰাবোৰ হেৰাবলৈ ধৰিলে। এচাটি মলয়া বতাহ আহি শেৱালী জোপা জোকাৰি থৈ গ'ল। সৰহখিনি ফুল সৰি পৰিল। গছজোপাৰ গুৰিটো শুভ্ৰ শীতল জেউতিৰে উদ্ভাসিত হৈ উঠিল। মৰমলগা সেই ৰূপ, সেই পৰিবেশ।

পূবে বগাডাঁৰ দিলে। লাহে লাহে আকাশত এটি এটিকৈ তৰাবোৰ নাইকিয়া হ'ল। জোনটো গাৱঁৰ মূৰৰ বাঁহনিডৰাৰ আঁৰত লুকাই পৰিল। মই বহি থাকিলোঁ। সপোন আৰু দিঠকৰ কথাবোৰ এডাল মনৰ সাঁকোৰে জোৰা দিবলৈ চেষ্টা কৰিলোঁ। পূৰতী নিশা লগ পোৱা তৰাবোৰ, আন কি নিচেই চিনাকি পূৱালী

তৰাটোও হেৰাই গ'ল। মই ৰৈ আছোঁ, এটি তৰাৰ সন্ধানত ; হয়তো চিনাকি, হয়তো অচিনাকি। নিশাৰ নিবিড়তাৰ আঁৰে আঁৰে কোনোবা পখীয়া তৰাই পৃথিৱীৰ সেউজীয়া বুকু স্পৰ্শ নকৰিলে, মই তৰাৰ কাষলৈ উৰি যোৱাৰ কোনো আশা নাই।

মই ৰৈ আছোঁ, মই চাই আছোঁ, মই এতিয়াও এটি তৰাৰ সন্ধানৰত কালৰ প্ৰহৰী, পৃথিৱীৰ মৃন্ময় সন্তান। এৰা, সপোনবোৰেও মানুহৰ সুপ্ত আতমাক জগাই দিয়ে যেন পাওঁ।

* * *

আৰু এদিনৰ কথা। তেতিয়া বসন্তৰ বাউলী বতাহে প্ৰকৃতি, মানুহ সকলোৰে মন পৰশি গৈছে। অতি অপ্ৰত্যাশিতভাৱে লগ পাইছিলোঁ সেই ছোৱালীজনী। বহুত পৰ একেথৰে চাই আছিলোঁ। মোলৈকো চাই আছিল ছোৱালীজনীয়ে। সেই মৌন মুহূৰ্ত্তৰ আকুল চাৱনিত মোৰ মনৰ তলিখনো জিলিকি উঠিছিল। ময়ো অনুভৱ কৰিছিলোঁ, এখন নাৰী-হৃদয়ৰ নিভৃত-কোণত থুপ খাই থকা এধানমান সহানুভূতি। লাহে লাহে ময়ো আগ বাঢ়ি গৈছিলোঁ, ছোৱালীজনীও আগ বাঢ়ি আহিছিল। আমি কথা পাতিছিলোঁ। শেষলৈ আন্তৰিকতা গভীৰ হৈ আহিছিল। গভীৰৰপৰা গভীৰতৰ হৈ উঠাৰ সময়তে ছোৱালীজনীৰ বিয়া বন্দোৱস্ত হ'ল। তেতিয়া মই অনুভৱ কৰিলোঁ, মই যেন কিবা এটা বহুমূলীয়া বস্তু হেৰুৱাবলৈ উপক্ৰম কৰিছোঁ। কিন্তু মই কোনো প্ৰতিবাদ নকৰিলোঁ। মই কোনো প্ৰতিশ্ৰুতি দিয়া নাছিলোঁ। মই প্ৰতিশ্ৰুতি লোৱাও নাছিলোঁ। মই দুখ পালোঁ, কিন্তু প্ৰতিকাৰৰ দিহা কৰা নাছিলোঁ। সময়ত বিয়া হৈ গ'ল। সম্প্ৰদানৰ পাছত ওলাই যাবৰ সময়ত ছোৱালীজনীয়ে খুব কান্দিছিল। মোৰো মনটো গধুৰ গধুৰ লাগিছিল। সেই সময়ত ভালেমান উজাগৰী নিশা অতিবাহিত কৰিছিলোঁ। ঘটনাক্ৰমে, পাছত আমি ওচৰা-ওচৰিকৈ কিছুমানদিন বাস কৰিছিলোঁ। বিয়াৰ আগৰ মৰম-চেনেহবোৰ সময়ত উৰি গ'ল। এতিয়া



নতুন আনুষ্ঠানিক বন্ধুত্ব গঢ় লৈ উঠিছে। মই তেতিয়াও অকল শৰীয়া। এদিন বিয়া কৰাবলৈ কৈ জোকাইছিল। মই ক'লো, 'চিনাকি মনৰেই পাৰ নেপালোঁ, অচিনাকি মনৰ আথাউনি পাৰ কেনেকৈ পাম।' মানুহজনী গহীন হৈ পৰিল। খন্তেক পাছতে মৌন হৈ উঠি গ'ল। মই এক অচিনাকি মনৰেই সন্ধানত আছিলোঁ, যাতে চিনাকি হৈ আপোন কৰি ল'ব পাৰোঁ।

* * *

এইটো ঘটনা মই কাকো কোৱা নাই ; কোনেও নেজানে। কিবা এটা ৰাজহুৱা কামত গৈ গাৱঁৰ এঘৰ সম্ভ্ৰান্ত, চহকী মানুহৰ ঘৰত ৰাতি কটাবলগীয়া হৈছিল। ডাঙৰ পৰিয়াল, মানুহ সৰহীয়া। আগদিনা ৰাতি নমান বজাত আহি ভাত-পানী খাই শুই আছিলোঁ। পিছদিনা পুৱা অলপ পলমকৈ শুই উঠি ওলাই গৈছিলোঁ। গৈয়েই দৃশ্য দেখি মই বিস্মিত হৈ পৰিছিলোঁ। বহল বাৰীখনৰ আগফালে, আলিটোৰ সিপাৰে ডাঙৰ পুখুৰী এটা। পুখুৰীৰ কাষৰেপৰা দক্ষিণ আৰু পূবলৈ বহল পথাৰ। চোতালখন পাৰ হৈ গৈয়েই লগ পালোঁ, এক সদ্যস্নাতা অপৰূপা গাভৰু, গাত লিপিট খাই ধৰা কাপোৰ-কানিৰে কাষত পানীৰ কলহ এটা লৈ খৰ খোজেৰে আহি আছে। হঠাৎ চকুৰে চকুৰে পৰিল। লাজত অধোমুখ হৈ ছোৱালীজনী ফালৰি কাটি আঁতৰি গ'ল। ময়ো তলমূৰকৈ আঁতৰি গলোঁ। কেঁচা হালধিৰ গাঁঠি যেন গাৰ বৰণ, কেতেকীসজীয়া কঁকাল, ৰাজহাঁহৰ খোজ। সেই নগৰৰ কৃত্ৰিমতাই চুকি নোপোৱা, স্বাভাৱিক সৌন্দৰ্য্যত মই মোহ গ'লোঁ। পুৱাৰ চাহ-জলপান ছোৱালীজনীয়েই দিলে। চাহ-জলপান দিবলৈ আহোঁতে নাম সুধিলোঁ, 'তোমাৰ নাম কি ?' 'নৱমী', অলপ ওঁঠৰ পাহিকেইটা লৰাই, চকুৰ পিৰিকতি মাৰি উত্তৰ দিলে। চকু দুটা উজ্জ্বল, নোমবোৰ ঘন, দীঘল, কোণ দুটা কাষলৈ বৈ পৰা। তামোলৰ বটাটো লৈ আৰু এজনী ছোৱালী ওলাই আহিল। গাৰ বৰণ বেছ উজ্জ্বল, মুখখন বহল, চেপেটা,

নাকটোৰ মূধচ নাই বুলিলেও হয়। আৰু এজনী ছোৱালী আহিল, ক'লে, 'আপোনাৰ গল্প পঢ়িছোঁ। বৰ ভাল লাগে। আপোনাৰ ভাষাটো বৰ মিঠা। মই ৰাজগড় হাইস্কুলৰ শিক্ষয়িত্ৰী।' মুখলৈ চালোঁ, বয়সৰ সাঁচ পৰিছে। কমেও ডেৰকুৰি বসন্তই স্পৰ্শ কৰি যোৱাৰ পিছত ডেৰকুৰি নিঠুৰ নিদাঘৰ নিৰ্মম আঘাতে ছালবোৰ দহি নিছে। স্বাস্থ্য ভাল। প্ৰত্যেকৰে লগত চা-চিনাকি হোৱাৰ পিছত দুই-চাৰি আষাৰ কথা পাতি মই পৰিবেশটোৰ প্ৰশংসা কৰিলোঁ। বহল পথাৰখনৰ পকা ধাননিত পুৱাৰ বেলিৰ কোমল ৰেঙনি উফৰি পৰিছে। জহাধানৰ সুবাস আহি ঘৰ পাইছেহি। কিবা যেন লখিমী লখিমী লগা পথাৰখন। অনাবিল সৌন্দৰ্য্য। ছোৱালী কেইজনীৰ ভিতৰত নৱমীৰ ৰূপ, সৌন্দৰ্য্য আৰু ব্যৱহাৰে মোক সঁচাকৈয়ে অভিভূত কৰিলে। নৱমীক বিয়া কৰাবৰ ইচ্ছা আছিল। কিন্তু বায়েক দুজনীৰ বিয়া নোহোৱালৈকে কিমান দিন ওৱেটিং লিষ্টত নাম ভৰ্তি কৰাই থ'ম বুলি মনক বুজনি দি নৱমীৰ কথা পাহৰি গ'লোঁ। কিন্তু দুবছৰমান পিছত দেখিলোঁ, মোৰে চিনাকি ইঞ্জিনীয়াৰ এজনে গাড়ী, বাৰী, সম্পত্তি দেখুৱাই নৱমীক বিয়া কৰাই নিলে। নৱমীৰ সেই মধুৰ স্মৃতি ক্ষীণকৈ হ'লেও মনৰ মাজত জীয়াই আছে। মোৰ হিচাপ ভুল হৈ গ'ল।

*    *    *

এইটো প্ৰকাশ কৰিবলগীয়া কথা নহয়। সঁচা কথা দেখিহে কৈছোঁ। সেই ছোৱালীজনী মই অতি আচম্বিতে লগ পাইছিলোঁ। চঞ্চল, গা-পাতল, বগা বৰণ, চকু দুটা নীলা। অলপ কথাতে বেছিকৈ হাঁহে। দেখিলে এনে লাগে যেন তাইৰ কোনো সমস্যা নাই, মুখত উপচি পৰা এক অফুৰন্ত যৌৱন। কঁকালটো সৰু, বুকুখনৰ ভৰ সহিব নোৱাৰাকৈ চিঞা যেন লাগে। হঠাৎ পখিলাৰ দৰে উৰি আহি খিলখিলকৈ হাঁহি মোৰ লগত চিনাকি হৈছিল। এৰা, ছোৱালীজনী ধুনীয়াই আছিল। শাৰীখনৰ কাচলিটো খহি



খহি পৰিছিল আৰু বুকুৰ গোপনীয় ঠাইডোখৰৰ কিঞ্চিৎ ওলাই আছিল। ছোৱালীজনীৰ যেন সেইবোৰলৈ কোনো ভ্ৰূক্ষেপ নাই, তেনে ভাৱ প্ৰদৰ্শন কৰিছিল। বৰ বেছিকৈ হাঁহি থকা দেখি কেতিয়াবা আমনি বোধ কৰিছিলোঁ যদিও এনেয়ে ভালেই লাগিছিল। প্ৰথম চিনাকি হৈয়েই এনেকৈ ব্যৱহাৰ কৰিছিল যেন বহুত দিনৰ চিনাকি। কৈছিল, 'জানে, ময়ো গল্প লিখোঁ। কেইবাটাও গল্প লিখি থৈছোঁ, প্ৰকাশ কৰিবলৈ লাজ লাগে। আপোনাৰ গল্পবোৰ পঢ়িলে আপোনাক সাক্ষাৎ লগ পোৱা যেন লাগে। আজি খুব ভাল লাগিছে, জানে? কিমান দিন ভাবি আছিলোঁ, কেতিয়া ক'ত লগ পাম। আজি যে হঠাৎ লগ পাম, কল্পনাই কৰা কৰা নাছিলোঁ। এজনী পূৰ্ণযৌৱনা সুন্দৰী গাভৰুৰ মুখত প্ৰশংসা আৰু আগ্ৰহৰ আতিশয্যৰ কথা শুনি ময়ো অনুপ্ৰাণিত হৈছিলোঁ।

পিছত গম পালোঁ, মোৰ মুখৰ গঢ় দেখি ছোৱালীজনীয়ে অৰ্থাৎ উপমাই মই বিয়া-কৰোৱা মানুহ বুলি ভাবিছিল। সেইটো কথা জানিহে মোৰ মন মৰি গৈছিল। যেতিয়া উপমাই জানিলে যে মই তেতিয়াও অনাঘ্ৰাত ফুল কলি হৈ আছোঁ, কেতিয়া ফুলৰ কাষত ভোমোৰাৰ গুণ্‌গুণনি আৰম্ভ হ'ল। সময়ে অসময়ে গল্প কবিতা লৈ মোৰ ওচৰলৈ অহা হ'ল। চাই দিব লাগে। লাহে লাহে গল্পবোৰ নিজৰ কথাৰে উপচি পৰিবলৈ ধৰিলে।

উপমাৰ প্ৰতি মোৰ কোনো দুৰ্বলতা নাছিল। এজনী ধুনীয়া গাভৰুক সাধাৰণতে ব্যৱহাৰ কৰাৰ দৰেই ব্যৱহাৰ কৰিছিলোঁ। সঁচা কথা ক'বলৈ গলে উপমা কিন্তু আগ বাঢ়ি গৈছিল। কেতিয়াবা কেতিয়াবা ময়ো উপমাক বিয়া কৰোৱাৰ কথা নভবা নহয়, ভাবিছিলোঁ। কিন্তু ইমান পাতল, কোনো কথাকে দকৈ নভবা, হাঁহি হাঁহি জীৱন কটাব বুলি ভাবি থকা ছোৱালীজনীৰ লগত সংসাৰ পাতি সুখী হ'ব পাৰিম জানো, এই ভাবটো অহাৰ লগে লগেই

মনটো কোঁচ খাই আহিছিল। তথাপি উপমাৰ লগত সম্বন্ধটো লাহে লাহে ওচৰ চাপি আহিছিল।

মই অবিবাহিত বুলি জনাৰ পিছত কেইবাদিনো মোৰ বিয়াৰ কথা উলিয়াই জোকাই চাইছে। 'আপোনাৰ বোলে বিয়া বন্দোৱস্ত হৈ আছে, ন-বোৱাৰী হেনো বৰ ধুনীয়া' এই বুলি উপমাই মোৰ আল্‌নাডালৰ কাপোৰ কানিবোৰ জাপি বিছনাখন পাৰিবলৈ আৰম্ভ কৰিছিল। লগত অহা আঠ-নবছৰীয়া ভনীয়েকজনীয়ে একেথৰে চাই আছিল। উপমাই লগত এই সৰু ভনীয়েকজনী গাৰ্জেন হিচাপে লৈ ফুৰে। তাৰ পিছত হঠাৎ বিছনাখনত বাগৰ দি কৈছিল, 'কি লাক্?' মই উপমাৰ আচৰণ দেখি সচকিত হৈ উঠিছিলোঁ। কিন্তু বিশেষ একো কোৱা নাছিলোঁ। সিদিনা বহুত সময় ধৰি উপমা মোৰ ঘৰত আছিল। এজনী গাভৰু ছোৱালীয়ে উচ্ছল হাঁহিৰে মোৰ নীৰৱ পঁজা মুখৰিত কৰি কেইঘণ্টামান সময় অতিবাহিত কৰাত মই ভালেই পাইছিলোঁ। কিন্তু উপমাৰ চাৱনিটো মাজে মাজে বাঘিনীৰ চাৱনি যেন লাগিছিল, বেদত এনেয়ে কোৱা নাই, 'বৃকাণাং হৃদয়েন্যেতা'।

ৰাতি আঠ বাজিছিল। এন্ধাৰ ৰাতি। আকাশত হাতীপটিটো ফট্‌ফটিয়া হৈ জিলিকিছিল। মই অলপ আগতে আহি ঘৰ সোমাইছোঁহি। দুৱাৰখন কানীদুৱৰীয়াকৈ মেল খাই আছিল। কেবেক্‌কৈ এটা সৰু শব্দ কৰি কোনোবা মানুহ সোমোৱা যেন গম পালোঁ। ড্ৰইং ৰুমৰ লাইটটো জ্বলাই দিলোঁ দেখিলো, উপমা। ন-কন্যাৰ সাজেৰে সজ্জিত হৈ সোমাই আহিছে। উপমা নিৰূপমা হৈ উঠিছে। ৰাতিৰ অন্ধকাৰৰ আঁৰে আঁৰে অভিসাৰিকা হৈ আহিছে উপমা। মোৰ বুকুখন চিৰিং কৰি গ'ল। উপমা ওচৰলৈ আহি ক'লে, 'মই গুচি আহিছোঁ'। মই চেপা চেপা মাতেৰে ক'লোঁ, 'কলৈ যাবা'? 'মই ক'লৈকো নেযাওঁ। আপোনাৰ বুকুৰ মাজত চিৰদিনৰ বাবে ৰৈ যাম। মোক এডুখৰি ঠাই দিয়ক।' মই প্ৰকৃততে থৰ্‌থৰ্‌কৈ



কঁপিবলৈ ধৰিলোঁ। যথাৰ্থতে মই উৰাদিহ হেৰুৱাই পেলালোঁ। উপমাই আৱেগবিহ্বল চাৱনিৰে মোলৈ চাই থাকিল। মোৰ মান-সন্মান, যশ-কীৰ্ত্তি সকলো যায় এতিয়া। ইয়াৰ পৰিণতি কি হব পাৰে, কোনেও ক'ব নোৱাৰে। উপমাৰ দেউতাক অতি গোঁৱাৰ মানুহ। মই উপমাক মোৰ ঘৰত থৈ কাষৰ মানুহ ঘৰৰ বয়সীয়া মানুহ গৰাকীৰ আশ্ৰয় ললোঁ। তেওঁ ঘটনাটো শুনি এটা কুটিল হাঁহি মাৰিলে। মই ক'লোঁ, 'মই কোনো অপৰাধ কৰা নাই, ইমানটো ঘটনা ঘটিব পৰাকৈ মই লাই দিয়া নাই, মোক কিবা এটা উপায় দিয়ক।' মই তেওঁবিলাকৰ ঘৰতে বহি থাকিলোঁ। মানুহ গৰাকীয়ে অনেক বুজালে, উপমাই একোপধ্যে বুজনি নেমানে। 'মই যেতিয়া এবাৰ সম্বন্ধৰ জৰী ছিঙি আই-বোপাইৰ ঘৰ এৰি থৈ আহিছোঁ, মই আৰু উলটি নেযাওঁ।' মানুহ গৰাকী উলটি আহি ক'লে, 'একে জাত-কুলৰে ছোৱালী। দেখিবলৈকো ধুনীয়া। বিয়া কৰাই থোৱা।' মই ক'লোঁ, 'বিয়া-বাৰু কৰাই অনাত আপত্তি নাই। খোজা-বঢ়া কৰি পিছত যি হয় হ'ব। আপুনি আজিলৈ ঘূৰাই পঠিয়াওক। নহ'লে মই ঘৰলৈ নেযাওঁ।' মানুহগৰাকী বেছ বুদ্ধিমতী। ৰাতিৰ আন্ধাৰতে এইখন নাটকৰ যৱনিকা পতন হ'ল। বহুত বুজাই-বঢ়াই উপমাক ঘৰত থৈ আহিল গৈ। মই পিছদিনাই এমাহৰ ছুটিৰ দৰ্খাস্ত দি উপমাহঁতৰ ঠাইখন এৰি গুচি গলোঁ আৰু হেড অফিচত বদলিৰ আদেশ কৰাই ললোঁ। সেই মানুহগৰাকীয়ে এতিয়াও ঘটনাটো বিবৰি কৈ গৌৰৱ কৰে। ময়ো অশেষ কৃতজ্ঞ। কেইমাহমানৰ পিছত উপমাৰ বিয়া হৈ গ'ল। তাই চাগৈ ফুলশয্যাৰ নিশা ক'লে, 'আপুনিয়েই মোৰ জীৱনৰ প্ৰথম পুৰুষ।'

* * *

পিছলৈ মই নিৰাশ হৈ পৰিছিলোঁ। কেতিয়াবা হতাশাত জৰ্জ্জৰিত হৈ অনেক বিনিদ্ৰ ৰজনী যাপন কৰিছিলোঁ। কেতিয়াবা প্ৰগল্‌ভ হৈ উঠিছিলোঁ। বিয়া কৰামেই। এজনী সুদৰ্শনা যুৱতী নাৰীক

বিয়া কৰাই আটাইৰে চকুত চমক লগাই দেখুৱাম, যাতে আটায়ে ঈৰ্ষাত ডেই-পুৰি মৰে। কথাটো আচলতে অন্য ধৰণৰ। আনে যেতিয়া আগবাঢ়ি আহি প্ৰস্তাৱ দিয়ে, তেতিয়া মোৰ মনে নেখায়; যেতিয়া মই উপযাচি প্ৰস্তাৱ দিওঁ তেতিয়া সিপক্ষৰ মনে নেখায়। তাতে মোৰ বয়স দিনক দিনে বাঢ়ি গৈছিল। বাকী সকলো গুণ থাকিলেও আধাখিনি বয়সে কাটিছিল। ক'ৰবাত কেতিয়াবা কথা-বতৰা হৈ আগবাঢ়ি গ'লেও উত্তৰ শূন্য হৈছিল।

* * *

মৃগেন দত্ত মোৰ বন্ধু। বন্ধু মানে বয়সত দুবছৰমান ডাঙৰ। সম্পৰ্কটো বন্ধুত্বৰ, কিন্তু দাদা বুলি মাতিছিলোঁ আৰু ঘৈণীয়েককো ন-বৌ বুলিছিলো। ন-বৌৱে কিন্তু আপুনি বুলিয়েই সম্বোধন কৰিছিল। এই বন্ধুত্ব যথেষ্ট পুৰণি। মই নিয়মীয়াকৈ তেওঁবিলাকৰ ঘৰলৈ অহা-যোৱা কৰিছিলোঁ। মোৰ লগত যেতিয়া মৃগেন দত্তৰ বন্ধুত্ব গঢ় লৈ উঠে, তেতিয়া দীপালিমাৰ বয়স তেৰ কি চৈধ্য বছৰ। ঘৰত ফ্ৰক পিন্ধি থাকে, স্কুললৈ ইউনিফৰ্মৰ মেখেলা-চাদৰ পিন্ধি যায়। এজনী সৰুফুটীয়া ছোৱালী। চুলিবোৰ কেঁকোৰা-কেঁকুৰি, চুটি কিন্তু ঢৌ উঠা। চকু দুটা উজ্জল। মুখৰ গঢ় ধুনীয়া, বৰণ বগা। দীপালিমা ঘৰখনৰ নুমলীয়া ছোৱালী। কাম-বনত তেনেই সোপা-ঢিলা। যিখন কৰে, তাকো পিটিকি পিটিকি কৰে, লেহেম। আনৰ এটা কামত যিমান সময় লাগে, দীপালিমাক তাৰ দুগুণ লাগে। ৰাতিপুৱা পলমকৈ উঠে। গা-ধোৱা ঘৰত সোমাই গা-পা ধুই ওলাওঁতে স্কুললৈ যাবৰে হয়। কাম কৰিবলৈ সময়েই নাই। যিহকে নকৰক, সকলোতে অতিৰিক্ত সময় লাগে। ঘৰখনৰ নুমলীয়া ছোৱালী, মৰমতে কোনেও একো নকয়। মাক-দেউতাক দুয়ো অত্যন্ত খঙাল মানুহ। ল'ৰা-ছোৱালীকেইটা কঢ়া শাসনতেই ডাঙৰ-দীঘল কৰিলে। অৱশ্যে দীপালিমাক কাহানিও টান কথা কোৱা নাই; তথাপি তাই দেউতাকলৈ অসম্ভৱ ভয় কৰে। বৌৱেক-



ননদেকৰ সম্পৰ্ক অতি মধুৰ। বৌৱেকেও দীপালিমাৰ হাতৰ বন কাঢ়ি লৈ তাইক পঢ়িবলৈ আজৰি কৰি দিয়ে। কামত যেনে সেৰেকা, পঢ়াতো তেনেকুৱাই। তথাপি গৈ আছে। কথাও কম কয়।

যদিও সাত-আঠ বছৰৰ আগৰেপৰাই দীপালিমাহঁতৰ ঘৰলৈ অহা-যোৱা, দীপালিমা মোৰ আগত নোলাইছিল। কেতিয়াবা চাহ কাপ দিবলগীয়া হ'লেও সমুখত থৈ গুচি গৈছিল। মৃগেন দত্তহঁতৰ পৰিয়ালটোৰ লগত মোৰ সম্পৰ্ক দিনক দিনে নিবিড় হৈ আহিছিল। ইয়াৰে ভিতৰত মৃগেন দত্তৰ বিয়া হৈছিল। বিয়াৰ কেইদিন মই তেওঁলোকৰ ঘৰতে আছিলোঁ আৰু সকলো কামতে আগভাগ লৈছিলোঁ। তেতিয়াহে দীপালিমাৰ লগত মোৰ কথা-বতৰা আৰম্ভ হৈছিল। যি কথাকে নকওক, দীপালিমাই লাজ লাজ কৰি কৈছিল। বিয়া হৈ গ'ল। ন-বৌ আহি ঘৰ সোমালহি। ন-বৌ বেছ ৰসিক তিৰোতা। শহুৰ-শাহুলৈ সমীহ কৰি নিমাতে থাকে, কিন্তু সুৰুঙা পালেই ৰস উপচাই হাঁহে। ন-বৌৱেকৰ লগত পৰি দীপালিমাৰ জথৰুতা দিনক দিনে কমি আহিছিল। কথাটো লক্ষ্য কৰিছিলোঁ। নিতান্ত মন্থৰ গতিৰে দীপালিমা যেন মোৰ মনৰ ভিতৰলৈ গৈ আছে; লাহে লাহে যেন মানুহজনী ওচৰ চাপি আহিছে, মই অনুভৱ কৰিছিলোঁ কিন্তু মই নিজে দীপালিমাৰ মনত সিন্ধি দিবলৈ সাহস কৰা নাছিলোঁ। দেউতাক-অতি খঙাল মানুহ, কেতিয়া, কি কৰে ঠিকনা নাই। দ্বিতীয়তে মৃগেন দত্তৰ লগত মোৰ বন্ধুত্ব অতি মধুৰ। এই বন্ধুত্ব, বন্ধনৰপৰা দূৰত ৰখাটোৱেই আছিল মোৰ ইচ্ছা। কিন্তু যিদিনা ন-বৌৱে মোক স্তব্ধ কৰি কৈ পেলালে, 'জানে, দীপালিমাই আপোনাক অসম্ভৱ ভাল পায়। বেছেৰী! তাই কথাটো ক'ব পৰা নাই। মই সিদিনা ফুচুলাই ফুচুলাই সুধিলোঁ। তাই সৈ কাঢ়িলে।' এজনী চিনাকি গাভৰুৱে নিচেই ওচৰৰপৰাই মোক ভাল পাই আছে, অথচ মই ক'ব নোৱাৰোঁ। কথাটো জনাবু লগে

লগে মই মনে মনে চঞ্চল আৰু উত্তেজিত হৈ পৰিলোঁ কিন্তু ন-বৌক প্ৰশ্ন কৰিলোঁ, 'হয় নেকি ?' 'ওঁ', ন-বৌৱে উত্তৰ দিলে। মই ভাবিলোঁ, মোৰো এটা কৰ্তব্য আছে। যিজনী ছোৱালীক আজি কেইবাবছৰেও লগ পাই আহিছোঁ আৰু তাই মোৰ বুকুৰ মাজত নীৰৱে এডুখৰি ঠাই বিচাৰি হাঁহাকাৰ কৰি আছে, মই সঁহাৰি নিদিয়াটো অন্যায় হ'ব। মই ন-বৌক ক'লো, 'মোৰো কব'লগা আছে। মই দীপালিমাক ক'ম।

ন-বৌৰ সাহায্যত আৰু তেওঁ উলিয়াই দিয়া সময় আৰু সুবিধা অনুসৰি মই আৰু দীপালিমাই কথা পাতিলোঁ। মই স্বীকাৰ কৰিলোঁ, মই দীপালিমাক ভাল পাওঁ। দীপালিমাই চকু দুটা বহলকৈ মেলি মোলৈ ৰ লাগি চাই থাকিল। একো ক'ব নোৱাৰিলে। মই সপোনে-সচিতে দীপালিমাৰ মুখখন, শব্দবোৰ দেখিবলৈ, শুনিবলৈ ধৰিলোঁ। এই কথা মৃগেন দত্তই জানিছিল নে নাই, মই ক'ব নোৱাৰোঁ। যদি ন-বৌৱে কৈছিল, মই ভাল পাওঁ বুলি কৈছিল নে, দীপালিমাই ভাল পায় বুলি কৈছিল, মই নেজানো। এই কথা যে মৃগেনৰ মাক-দেউতাকে জনা নাছিল, সেইটো মই জানো। মাক-দেউতাকক এই কথা জনাবৰ সাহস কাৰো নাই। মৃগেন দত্তৰ ওপৰত ন-বৌৰ শাসন চলিলেও শহুৰেক-শাহুৰেকৰ আগত কেঁচু।

সময়ৰ বা-মৰলি কেতিয়া, কেনি বয়, কোনেও নেজানে। সেইবেলি দীপালিমাই বি-এ পৰীক্ষা দিব। টেষ্ট্ আৰু ফাইনেল পৰীক্ষাৰ মাজতে দীপালিমাৰ বিয়া। দেউতাক গুৱাহাটীলৈ গৈছিল। সম্ভ্ৰান্ত মানুহ। দীপক ফুকনৰ দেউতাক-মাকে ক'লে, আপোনা-লোকৰ দীপাক আমাৰ দীপকলৈ বিয়া কৰাওঁ, দিবনে ? এনেকৈ শঙ্খধৰ ফুকনে প্ৰস্তাৱ দিব বুলি কোনেও কেতিয়াও আশা কৰা নাছিল। ফুকন-ফুকননী মৃগেনহঁতৰ ঘৰলৈ আহিছে, দীপালিমাক দেখিছে, মনে মনে ৰাহি-যোৰা চোৱাই ৰাজযোৰা পাই প্ৰস্তাৱ



দিছে। দেউতাক এক কথাৰ মানুহ। খঙাল মানুহৰ পেটত কথা নেথাকে, এচবীয়া, এষৰীয়া। দীপালিমাৰ দেউতাকে কথা দিলে। শঙ্খধৰ ফুকনে ক'লে বিয়া বহাগতে হ'ব। কিবা অসুবিধা আছে নেকি ? 'তাই বি-এছ-চি পৰীক্ষা দিব। পৰীক্ষা মেই মাহত হ'ব। গতিকে বিহুৰ পাছতে বিয়াখন হৈ গ'লে, তাৰ পিছত অনায়াসে পৰীক্ষা দিব পাৰিব। অতি আচম্বিতে, অতৰ্কিতে বিয়াৰ বন্দোৱস্ত হৈ গ'ল।

দীপালিমাৰ দেউতাক উলটি আহি পুতেকক কথাটো ক'লে। পুতেকে টকা-সিকাৰ অসুবিধাৰ বাহিৰে অন্য একো কথা নক'লে। মাকে নুমলীয়া জীয়েকক বুকুৰ মাজৰপৰা উলিয়াই পঠিয়াবলৈ পাই ক'লে, 'ইমান খৰ-ধৰকৈ দিন-বাৰ ল'লে কিয় ?' ন-বৌৰ কাণত যেতিয়া কথাটো পৰিল, তেওঁ মৃগেন দত্তক ক'লে, 'আজি কালি কলেজত পঢ়া ছোৱালী। মতামত এটা লোৱা হ'লে ভাল আছিল।' ন-বৌৱেকৰ মুখেদি কথাটো যেতিয়া দীপালিমাৰ কাণত পৰিল, তাই কান্দিব নোৱাৰিলে। বুকুখন যেন কিহবাই খুন্দা মাৰি ধৰিলে। সৰগপৰা মানুহৰ দৰে থৰ হৈ ৰৈ থাকিল।

সময় তাকৰ। বিয়াৰ আয়োজন খৰ গতিৰে চলিবলৈ ধৰিলে। দীপালিমাই কথা নোকোৱা হ'ল। ন-বৌৱেকে দীপালিমাৰ মুখলৈ চাই থাকে, দীপালিমাই ন-বৌৱেকলৈ চাই থাকে—মাজত এক নিবিড় মৌনতা। এই মৌনতাত শব্দ নাই ; অৰ্থ আছে। এই অৰ্থ হৈছে গভীৰ, অন্তৰস্পৰ্শী। দীপালিমাই আশা কৰিছিল, ন-বৌৱেকে দাদাকক কৈ সম্ভাব্য বিপদৰপৰা উদ্ধাৰ কৰিব। ন-বৌৱেকে মৃগেন দত্তক সেয়েহে মতামত লোৱাৰ কথা কৈছিল, কিন্তু ভেদ ভাঙি কোৱা নাছিল। দীপালিমা লাহে লাহে ক্ষীণাই গৈছিল, চকুৰ টোপনি পলাবলৈ আৰম্ভ কৰিছিল। শেষত দীপালিমাই নিজেই ন-বৌৱেকক কৈছিল, 'ন-বৌ, মই বাৰু কি কৰোঁ ? নোকোৱাঁ কিয় ?' ন-বৌৱেক নিমাত, নিথৰ হৈ ৰৈ আছিল। 'চোৱাঁ, মই বোৱাৰী, মোৰ কথা

কি ৰজিব ? দাদাৰক কৈছিলোঁ, মতামত লোৱা হ'লে ভাল আছিল। দেউতাৰ আগত মাত মাতে কেনেকৈ ?' দীপালিমাই ন-বৌৱেকৰ বুকুত মুখখন থৈ উচুপি উচুপি কান্দিছিল। সমস্যাৰ সমাধান নাছিল। দীপালিমাই এবাৰ কৈছিল, 'তুমি দীপকহঁতৰ ঘৰলৈ সকলো কথা জনাই এখন চিঠি দিয়া, যাতে বিয়াখন ভাগি যায়।' ন-বৌৱেকৰ সেই সাহস নাছিল। দীপালিমাই নিজেই লিখি জনাব বুলি কেইবাদিনো ভাবিছিল, কিন্তু হাতত কলম তুলি ল'ব নোৱাৰিলে।

মই অসমৰ বাহিৰলৈ গৈছিলোঁ। এমাহ ঘৰত নাছিলোঁ। বিহুৰ দুদিন আগতে ঘৰ পালোঁহি ; চাৰিদিন পিছত দীপালিমাৰ বিয়া। মোৰ অজ্ঞাতসাৰে ঘটনা বহুত আগবাঢ়ি গৈছিল। বিয়াৰ আয়োজন, আন কি ৰভা পৰ্য্যন্ত হৈ উঠিছিল। মই যেতিয়া শুনিছিলোঁ, দীপালিমাৰ বিয়া, তেতিয়া যেন মোৰ হৃদপিণ্ডত কোনো এক অনামী কীটে দংশন কৰি জাপ মাৰি উঠিছিল। সেই বিষাক্ত দংশনত যেন মই খন্তেকলৈ অচেতন হৈ পৰিছিলোঁ। কাৰ লগত, কেতিয়া দীপালিমাৰ বিয়া জানিবলৈ এধানমানো আগ্ৰহ ওপজা নাছিল। দীপালিমাই যদি মত দিছে, বিয়া হৈ যাব, মই বাধা দি কি লাভ। এমহীয়া দীঘল ভ্ৰমণৰপৰা উলটি আহি মোৰ অসুখ আৰম্ভ হ'ল। এদিন পাছত হস্পিটেললৈ গ'লো। মৃগেন দত্ত আৰু ন-বৌ খবৰ কৰিবলৈ আহিছিল। ন-বৌৱে মোৰ শুকান ওঁঠ আৰু সোমাই যোৱা চকু কেইটালৈ একেৰাহে চাই আছিল। এবাৰ মাথোন সুধিছিল, 'গা ভাল পাইছেনে ?' মই মূৰ জোকাৰিছিলোঁ। ভ্ৰমণৰপৰা উলটি আহোঁতে এটা ধুনীয়া, ডাঙৰ চুটকেছ কাণপুৰৰপৰা লৈ আহিছিলোঁ। সেইটোকে বিয়াত প্ৰেজেন্ট দিলোঁ, মানে পঠিয়াই দিলোঁ।

দীপালিমাৰ বিয়া হৈ গ'ল। হস্পিটেলৰপৰা উলটি আহি দুদিনমানৰ পাছত মৃগেন দত্তৰ ঘৰলৈ গলোঁ। মাক-দেউতাক ঘৰত নাই, দীপালিমাৰ ঘৰলৈ গ'ল। মৃগেন দত্ত ঘৰত নাছিল। ন-বৌৱে



দীপালিমাৰ বিয়াৰ প্ৰস্তাৱৰপৰা বিয়ালৈ সবিশেষ ক'লে। লগতে ক'লে, 'তাইক হেনো শাহুৱেকে জীয়েকৰদৰে, গিৰিয়েকে ভনীয়েকৰদৰে মৰম কৰে।' বহুত কথা-বতৰা পাতি দশমীৰ পিছৰ ৰভাতলীৰপৰা উলটি অহা যেন লাগিল। দীপালিমা এতিয়া সুৱাগী বোৱাৰী। মনত কি আছে, ক'ব নোৱাৰোঁ। মোৰ কলিজাত যিডোখৰ ঘা লাগিল, সি শুকাওঁতে বহুত দিন লাগিল। এতিয়াও হঠাতে মনত পৰিলে মন মৰি আহে।

* * *

সীমা দত্ত নামৰ ছোৱালীজনীৰ ৰূপৰ বৰ্ণনা শুনিয়েই মই খাটাং কৰি পেলাইছিলোঁ, 'মই সীমাক বিয়া কৰাম।' পেপাঁ বলি অহা কোমল কলথুৰিটোৰদৰে গাৰ বৰণ। খামুচীয়া কঁকাল, জোঙা নাক, মৰমলগা এটা সৰু থুঁতৰি আৰু গভীৰ নীলা চকু। ৰূপৰ তুলনা নাই। মোক কৈছিল, 'কলেজটোৰ ভিতৰতে যিজনী ছোৱালী ধুনীয়া, তায়েই সীমা। অন্য কোনো চিন-টিনৰ দৰকাৰ নাই।' মই মোৰ বন্ধু এজনক লগত লৈ গাড়ীখন বেয়া হোৱাৰ ভাও জুৰি কলেজৰ গেটৰ কাষত ৰৈ থাকিলোঁ। গাড়ীৰ ইঞ্জিনৰ বনেট্‌খন খুলি থলোঁ। জাক জাক গাভৰু ওলাই আহিল। বাট চাই ৰ'লো সবাতোকৈ ধুনীয়া ছোৱালীজনীলৈ। ওলাই আহিল সীমা। মোৰ বন্ধুৱে চকুৰে ইঙ্গিত দিলে। দেখিলোঁ, সীমা দত্ত সচাঁকৈয়ে ধুনীয়া ছোৱালী। কিন্তু মনত পৰিল, এই ছোৱালীজনীক মই যিটো মানুহৰ লগত এঠাইত দেখিছিলোঁ, তাই কেতিয়াও ধুনীয়া হৈ থাকিব নোৱাৰে ; ঘৃণীয়া হ'বই। মোৰ বিয়া পতাৰ হাবিয়াসটোৱেই নাইকিয়া হৈ গ'ল।

* * *

আঁচলতে কিহে নাৰীক মোহনীয় কৰি তোলে, মই আজিও ধৰা পেলাব নোৱাৰিলোঁ। কেতিয়াবা মিহি কোমল মাতষাৰে, কেতিয়াবা অমৃত বৰষা মধুৰ হাঁহিয়ে, কেতিয়াবা সম্মোহনী চাৱনিয়ে, কেতিয়াবা কোনোবা ৰূপদক্ষ ভাস্কৰৰ নিপুণ হাতৰ পৰশত

ভাস্বৰ হৈ উঠা দেহভঙ্গীয়ে, কেতিয়াবা কবিতাবুলীয়া ৰাজহাঁহৰ খোজ দেখি, কেতিয়াবা লীলায়িত ভঙ্গিমাৰ ঢৌ দেখি, কেতিয়াবা সৃষ্টিকামী মাতৃময়ী মূৰ্ত্তি দেখি, কেতিয়াবা কিবা এক অব্যক্ত, অপ্ৰকাশ্য, অনিন্দ্যসুন্দৰ মাধুৰ্য্য উপলব্ধি কৰি মই থৰ হৈ ৰৈ যাওঁ। কব নোৱাৰোঁ, জীৱনৰ প্ৰয়োজনীয় বতৰত তেনে এক নাৰী-হৃদয়ৰ সান্নিধ্য লাভ কৰিব নোৱৰাৰ বাবেই হয়তো মোৰ বাবে নাৰী ইমান ৰহস্যময়ী হৈ উঠিছে।

কবিতা নামৰ ছোৱালীজনী সঁচাকৈয়ে এটি কবিতা আছিল। কিহৰ মায়াত মই ইমান মুগ্ধ হৈছিলোঁ, কব নোৱাৰোঁ, কিন্তু এই ছোৱালীজনীয়ে মোৰ দেহ-মন উপচাই এক অভূতপূৰ্ব চাঞ্চল্য সৃষ্টি কৰিছিল। দিঠকে-সপোনে, সকলো সময়তে মই কবিতাৰ কবিতাময়ী ছন্দ আৰু ছন্দস্পন্দৰ ধ্বনি শুনিবলৈ পাইছিলোঁ। কবিতা যেনেকৈ কবিমনৰ স্বতঃস্ফূৰ্ত অভিব্যক্তি, মোৰ জীৱনলৈকো কবিতা আহিছিল স্বতঃস্ফূৰ্ত্তভাৱে। শ্বেলীয়ে কোৱাৰদৰে সবাতোকৈ সুমধুৰ সঙ্গীত ( কবিতা )ৰ অন্তৰালত এটি নিবিড় বিষাদৰ সুৰ নিহিত হৈ থাকে। মোৰো এই কবিতা নামৰ ছোৱালীজনীৰ লগত হোৱা ক্ষণিক মধুৰ সম্পৰ্কই যথাৰ্থতে এটি বিষাদৰ, এটি বেদনাৰ মৰ্মাহত স্মৃতি থৈ গ'ল।

এক ফাগুনৰ পলাশ ফুলাৰ বতৰত মোৰ কোনো এক আত্মীয়ৰ ঘৰত চিনাকি হৈছিল কবিতাৰ লগত। মুখত ফাকু সানিবলৈ আহি মৰম সানি থৈ গৈছিল বুকুৰ মাজত। দিনত ফাকু খেলি সন্ধিয়া বাসন্তী পূৰ্ণিমাৰ নিফুট জোনাক ৰাতি অনেক কথা পাতিছিলোঁ। কব নোৱাৰোঁ, কেনেকৈ মনৰ কাষলৈ মন ওচৰ চাপি গৈছিল, কিন্তু এসময়ত কবিতাক বৰ আপোন আপোন যেন লাগি গৈছিল। বসন্তৰ বাটকটীয়া হৈ ফাগুন আহে, ফাগুন আহিলেই ফাকুৱা হয়, আৰু প্ৰতিটো ফাকুৱাতে সেই পুৰণি স্মৃতি লৈ নতুন সজীৱতা আহে।



কবিতালৈ মই চিঠি দিছিলোঁ। মোৰ অন্তৰৰ সৰ্বস্ব উজাৰি মিঠা মিঠা শব্দ বাছি বাছি চিঠি লিখি হিয়া উদিয়াই দিছিলোঁ। কবিতাই লিখিছিল, মোৰ একোখন চিঠি হেনো কেইবাবাৰো পঢ়িছিল। ৰাতি শুবৰ পৰত মোৰ চিঠিবোৰ পঢ়ি পঢ়ি এক অনামী তৃপ্তি অনুভৱ কৰিছিল। কেতিয়াবা দীঘলীয়া বিৰতিৰ পিছত চিঠি পালে আগৰ চিঠিবোৰকে পঢ়ি পঢ়ি এক মধুৰ আমেজত বুৰ গৈছিল। কবিতাই মোৰ চিঠিবোৰ সোণৰ অলঙ্কাৰতকৈয়ো বেছি যতনেৰে সাঁচি থৈছিল। এবাৰ এখন মাত্ৰ চিঠি অসাৱধানতাৰ ভাও জুৰি গাৰুৰ কাষত পেলাই থৈছিল, যাতে সেইখন পঢ়ি ঘৰৰ মানুহে বুজি পায়, কবিতা আৰু মোৰ মনৰ মাজত থকা সম্পৰ্ক কিমান গভীৰ হৈ পৰিছে। চিঠিখন পালে। ঘৰত গোপনে আলোচনা চলিল, কিন্তু পৰিণতি হিতে বিপৰীত হ'ল। কথাটো জানিও আটায়ে নজনাৰ ভাও জুৰিলে, অলোচনা গহীন হ'ল, মুখি-মাখি ক'বলৈ ধৰিলে। কবিতাই এখন চিঠি হেৰুৱালে।

কবিতাৰ অজ্ঞাতসাৰে দৰা বিচাৰিবলৈ ধৰিলে। খাটাং কৰিলে, যিমান সোনকালে হয় বিয়া পাতি উলিয়াই দিব লাগে। কবিতাৰ মত-অমতৰ কোনো কথা নাই। চকুক সুধি কোনেও চাউল নবহায়। হঠাৎ এদিন বিয়াৰ দিন ঠিক হৈ গ'ল। কবিতাৰো বিয়া হৈ গ'ল। কবিতাই বিয়ালৈ নেমাতিলে। নীৰৱে ঘৰৰ সিদ্ধান্ত মূৰ পাতি ল'লে। কিন্তু লগত লৈ গ'ল মোৰ চিঠিবোৰ। কব নোৱাৰোঁ, জীয়ৰী জীৱনৰ মৰম চেনেহৰ সঁফুৰা বুলিয়েই সাঁচি-সামৰি লৈ গ'ল নে, বিয়াৰ আগতে ফালি-ছিৰি, পুৰি পেলাবলৈ পাহৰিলে, মুঠতে যৌতুকীয়া সম্পত্তি হৈ নতুন ঘৰৰ মজিয়াত ওলালগৈ।

ক্ষীণ, দুৰ্বলদেহী, কুচিয়াচকুৰা মানুহটো স্বভাৱতে সন্দেহী আৰু কঠুৱা আছিল। কবিতাক বিয়া কৰাই নিলে যদিও আৰম্ভণিৰেপৰাই সন্দেহ কৰিছিল আৰু কথা-বতৰাতো আছিল একা-চেকা। এদিন নিশা ধেমালিৰ চলতে সুধি পেলাইছিল, 'তুমি কাৰোবাক ভাল

পাইছিলানেকি ? কবিতা উচাপ খাই উঠিছিল। খন্তেক শূন্য দৃষ্টিৰে বেবৰফালে চাই আছিল। গিৰিয়েকে কৈছিল, উচাপ খাই উঠিলা কিয় ? 'নাই নাই, এনেয়ে। মই কাকো ভাল পোৱা নাছিলোঁ।' গিৰিয়েক উঠি গৈ মই লিখা চিঠিজাপ আনি কবিতাৰ আগত পেলাই দি কৈছিল, 'এইবোৰ কোনে লিখা চিঠি ?' কবিতাৰ হাত-ভৰিবোৰ চেঁচা পৰি আহিছিল ; একো উত্তৰ দিব পৰা নাছিল। কবিতাই মাত্ৰ চিন্তা কৰিছিল, গিৰিয়েকে চিঠিজাপ কেনেকৈ পালে ? এজনৰ বুকুৰ মাজত সোমাবলৈ বেইতগ গৰকি আহিছিল যেতিয়া চিঠিজাপ লৈ আহিবলৈ কিহে পাইছিল ? অতীতৰ মৰিশালিত স্মৃতিৰ ডুবৰি গজিব পাৰে কিন্তু জীয়া মানুহৰ সংসাৰ সজীৱ হৈ নুঠে।

কেচা মাহ-হালধিৰ বোল লাগি মোহনীয় হৈ উঠা সোণৰ সংসাৰৰ ফুলতে পোকে কুটিলে। ভুল বুজাবুজি, সন্দেহ আৰু শাসনৰ কাঁইটীয়া জালত পৰি কবিতাৰ জীৱন জৰ্জৰিত হৈ উঠিল। দিন আগ বাঢ়ি যাবলৈ ধৰিলে। সংসাৰ অসহ্য হৈ উঠিল।

ইয়াৰ মাজতে কবিতাই মোলৈ এখন চিঠি দি জনাইছিল '.... মোৰ পাপ হৈছিল, এতিয়া প্ৰায়শ্চিত্ত হৈছে। ফুল উপচি থকা যিটো হাঁহি আৰু সুখৰ বাটৰ সন্ধানত আগ বাঢ়িছিলোঁ, তাত আজি কাঁইট, কাঁইট আৰু কাঁইট ; চকুলোৰে সেই কাঁইটীয়া বাটো নেদেখা হৈছোঁ ; কি যে কৰোঁ ? জীয়াই থকাৰ আশা হেৰাই গৈছে...।'

কবিতাৰ প্ৰতি মোৰ খং, ঘৃণা আৰু বিক্ষোভ উপচি আছিল। 'চিৰদিন যেন তোমাৰ বুকুৰ মাজত ঠাই পাওঁ' বুলি সঙ্কল্প লৈ ছুদিনৰ পাছতে অচিনাকি মনৰ মানুহ এজনৰ লগত ঘৰ-সংসাৰ কৰিবলৈ আগবাঢ়ি যোৱা দেখি মোৰ স্বাভাৱিকতে খং উঠিছিল। মোৰ লাজ লাগি গৈছিল, মই হিয়া উদিয়াই চিঠিবোৰ লিখিছিলোঁ। কিন্তু অতি অপ্ৰত্যাশিতভাৱে কবিতাৰ চিঠিখন পাই মই শৰাহত পক্ষীৰদৰে পাখি কোবাই মৰিছিলো। মোৰ মন বিষাদ বেদনাৰে জৰ্জৰিত হৈ পৰিছিল। ওৰে নিশা ভালকৈ টোপনি অহা নাছিল,



টুকুৰা-টুকুৰ সপোনবোৰৰ মাজে মাজে তন্দ্ৰাভিভূত ক্ষণবোৰত কবিতাৰ অস্পষ্ট মুখখন দেখি উচাপ খাই, উচাপ খাই উঠিছিলোঁ।

গৌৰৱ আৰু অহঙ্কাৰৰ ভাবটো কেতিয়া, কিহৰপৰা ওপজে, কব নোৱাৰোঁ। কেতিয়াবা অহঙ্কাৰত আপ্লুত হৈ ময়ো কাৰোবাক হীন চকুৰে নোচোৱাকৈ নথকা নহয়। প্ৰত্যক্ষভাৱে নহ'লেও, মনে মনে ময়ো তুচ্ছ-তাচ্ছিল্যতাৰ চকুৰে চাইছিলোঁ কিন্তু অৱশেষত পৰাস্ত হৈছিলোঁ মই। মই স্বীকাৰ কৰোঁ, মোৰ ভুল আছে, মোৰ দোষ আছে। দোষে-গুণেই মানুহ ; ময়ো মানুহ। দোষ-ভুল মানুহেই কৰে। কিন্তু কোনোবাই ভুল কৰিও সাৰি যায়, কোনোবাই সেই ভুলৰ পৰিণতি ওৰে জীৱন জুৰি ভোগ কৰে। বিয়াৰ আগৰ পাঞ্চালী দ্ৰৌপদী বিয়াৰ পাছত সতী সাৱিত্ৰী হৈ পৰে ; বিয়াৰ আগৰ সাবিত্ৰীও অৱস্থাৰ কৱলত পৰি দ্ৰৌপদী হয়। তাৰে কোনোবা কেতিয়াবা লোকচক্ষুত ধৰা পৰে, মানুহে বু-বু-বা-বা কৰে, বৌজাল-বোজাল কৰে। লোকচক্ষুত ধৰা নপৰিলে দ্ৰৌপদীও সাবিত্ৰী হৈয়েই থাকে।

মই ৰিণিৰ হাতত এনেকৈ পৰাস্ত হ'ম বুলি কেতিয়াও আশা কৰা নাছিলোঁ। মধুসূদন ৰাজখোৱাৰ কন্যা ৰিণিৰ হাতত মই বেয়াকৈ লাঞ্চিত হৈছিলোঁ। মোৰ মন ভাগি গৈছিল। মই ৰিণিক বিয়া কৰাবলৈ ইচ্ছা কৰিছিলোঁ। সেইমতে যাৱতীয় প্ৰথাৰে প্ৰস্তাৱো দিয়া হৈছিল। কথাটো জনাজনি হোৱাৰ পাছত ৰিণিয়ে মোক দেখিলেই ঘোপাকৈ চাই চকু ঘূৰাই নিছিল। ৰিণিৰ বয়স হৈছিল, গা-মুখ দেখিলেই ক'ব পাৰি। হাতৰ সিৰবোৰ লাহে লাহে জিলিকি আহিছিল। কিন্তু নাক-মুখ-চকুত কিবা এটা আকৰ্ষণীয় বস্তু আছিল, যি কাৰণে মই ৰিণিক পছন্দ কৰিছিলোঁ। পঢ়াটো আধাডুখৰীয়া আছিল, গতিকে মই বিশেষ চিন্তা কৰা নাছিলোঁ ; জুৰি-মাখি প্ৰস্তাৱটোকে আগবঢ়াই দিছিলোঁ।

মধুসূদন ৰাজখোৱাৰ দেউতাক কাছাৰীৰ আমোলা আছিল,

তেওঁৰ দেউতাক মৌজাদাৰ আছিল, তেওঁৰ দেউতাক আহোম ৰজাৰ ৰাজখোৱা আছিল। উপৰি পুৰুষৰ এগৰাকী কন্যা কোনোবা এজনা স্বৰ্গদেৱে নি কুঁৱৰী পাতিছিল। ৰজাৰ দিনৰ খাত-পাম, বন্দী-বেটী ইংৰাজৰ আমোলত গ'ল। পুৰণি জোনবিৰি, ঢুগ্ ঢুগী, শিলিখামণি আৰু থুৰীয়া এযোৰ এতিয়াও আছে। জোনবিৰিটো ডালিমা বাখৰ-পতোৱা, কেতিয়াবা ৰিণিয়ে পিন্ধি ফুৰে। সেইটো পিন্ধিলে তাই যেন ৰজাৰ ঘৰলৈ কুঁৱৰী হৈ যাবলৈ ওলোৱা গাভৰুজনীহে, এই অহঙ্কাৰৰ ভাবটো আহি তাইক উন্মনা কৰি তোলে। তাইতকৈ বাপেক মধুসূদন ৰাজখোৱা আছিল আৰু চৰা। তেওঁ নাও বুৰি তলি পালেও টিঙৰপৰা নেনামে। সকলো সময়তে ৰাজকীয় ভাব এটা প্ৰচ্ছন্ন হৈ ক্ৰিয়া কৰি থাকে। ৰাজখোৱাই দেখে, চকুৰ আগতে দিনক দিনে ধনী হৈ ঘৰ-দুৱাৰ সাজি জিলিকি অহা মানুহবোৰৰ কোনো ৰাজকীয় ঐতিহ্য নাই ; কাঁড়ী-পাইকৰ বংশধৰ। সেইবোৰ মানুহ ধনে-মানে মূৰ-জিলিকা হ'লেও ৰাজখোৱাৰ ঘৰৰ জোৰৰো নহয়, ফেৰৰো নহয়। ৰাজখোৱাৰ পৰিয়ালৰ ঐতিহ্য আছে। যদিও এই যুগৰ মানুহে ৰাজখোৱাহঁতক কুৰি শতিকাৰ ক্ষয়িষ্ণু পৰিয়াল বুলি অভিহিত কৰে, ৰাজখোৱা নিজে স্বৰ্গদেৱৰ দিনৰ সন্মানিত বিষয়া হৈয়েই আছে, অন্ততঃ মনে মনে। সুবিধা পালেই তেওঁবিলাকৰ খাত-পাম, সা-সম্পত্তিৰ হিচাপ দি আত্মতৃপ্তি লাভ কৰে।

ৰিণিৰ তেজতো বংশ-পৰম্পৰাৰ বৰঙণি আছিল। দেউতাকে কথাই কথাই বংশ-গৌৰৱৰ ইতিহাস দাঙি ধৰিছিল, তাৰ প্ৰভাৱ ল'ৰা-ছোৱালীকেইটাৰ ওপৰত পৰিছিল ; তাৰে ভিতৰত পঢ়া-শুনা কৰিব নোৱাৰি ঠিকাদাৰ হোৱা মাজু পুতেকটো আৰু ৰিণিৰ ওপৰত সেই প্ৰভাৱ অধিক আছিল। মাটি বিক্ৰী কৰি খাই খাই আৰ্থিক অৱস্থা বেয়া হৈ অহাৰ লগে লগে বংশ-গৌৰৱৰ প্ৰেতাত্মাটো সজীৱ হৈ উঠিছিল। চকুৰ আগতে চহকী হোৱা কাঁড়ী-পাইকৰ মানুহৰ



আগত হীনমন্যতাই ক্ৰিয়া কৰিছিল, আনপিনে অতীতত হেৰাই যোৱাখিনিৰ উচ্চাত্মিকাই সংঘাত সৃষ্টি কৰিছিল।

মই মোৰ বন্ধু এজনৰ যোগেদি ৰিণিক মোলৈ বিয়া দিবৰ বাবে প্ৰস্তাৱ দিয়াইছিলোঁ। প্ৰস্তাৱটো শুনি খন্তেক তভক মাৰি থাকি ৰাজখোৱা উঠি গ'ল ; মাকক ক'লেগৈ। মাকে ক'লে, 'ছোৱালীৰ বয়স হৈছে, অলপ ভাবি-চিন্তি চাই কিবা এটা কৰিব লাগে।' ৰাজখোৱাই সেইদিনাই নেতিবাচক উত্তৰ নিদি পাছত জনাব বুলি পঠিয়াই দিলে। সেইদিনাৰেপৰা ৰিণিয়ে মোক দেখিলেই চকু ঘোপাকৈ চাই মুখ ঘূৰাই নিয়ে। মই আশা কৰিছিলোঁ, গতিকে যিমান পাৰোঁ কোমল চাৱনিৰে ৰিণিৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিলোঁ কিন্তু ফল নধৰিলে। মধুসূদন ৰাজখোৱাই প্ৰকাশ্যে ক'লে, 'বংশ-গোষ্ঠীহে আচল কথা। এইবোৰৰ কথাই সুকীয়া। মাক-দেউতাক আছে। তেওঁবিলাকে যদি শৰাই এখন পেলাই ছোৱালী খুজিলেহেঁতেন, মৰো দিলোঁহেঁতেন। চেংেলীয়া ল'ৰা এটাক কটকী পাতি পোনে পোনে ছোৱালী খুজিছে ; নিদিওঁ। ৰাজখোৱাৰ ঘৰ তাঁহাতৰ জোৰৰ নে ফেৰৰ। বৃকোদৰৰ সাত গোষ্ঠীক মই চিনি পাওঁ। এতিয়া চাকৰি এটা কৰি দুপইচাৰ মুখ দেখিছে। আগতে কি আছিল, মই কিবা নেজানোনে?' ৰাজখোৱাৰ গোটেই বক্তৃতাটো মোৰ কাণত পৰা নাছিল, যিখিনি আহি পৰিছিল, সিয়েই গেলা ঘাত চেঙাতেল হৈ এশিকনি দিছিল। লালুকীলৈ কি তপত পানী লাগিছে ? মোৰ ৰজাদিনীয়া বংশ-গৌৰৱৰ চাৰ্টিফিকেট নথকা বাবেই ৰিণিৰ বাবে উপযুক্ত নহ'লোঁ। আপত্তি নাই। চাওঁচোন ক'ৰ ৰাজকুমাৰলৈ বিয়া দিয়ে।

* * *

লখিমী নেওগ নামৰ ছোৱালীজনীক লগ পাইছিলোঁ বিয়াত। আমি ডেকা-গাভৰুবোৰে মুকলিকৈ হাঁহি-খিকিন্দালি কৰি কথা পাতি আছিলোঁ। তাৰ মাজতে লখিমীয়ে মোক পোনপটীয়াকৈ খোঁচা

মাৰি জোকাই খিল্‌খিল্‌কৈ হাঁহি দিছিল। ময়ো খোঁচটো হজম কৰি ঘূৰাই জোকাইছিলোঁ। ৰাতি দৰাৰ লগত যাওঁতে লখিমী মোৰ কাষতে বহি গৈছিল। তাকে লৈ 'পেয়াৰ' বুলি জোকাই লগৰ মানুহে আমাকে থকা-সৰকা কৰিছিল। কন্যা লৈ উলটি আহি ঘৰাঘৰি যাওঁতে 'চিঠি দিব দেই' বুলি লখিমীয়ে কৈ গৈছিল। মই চিঠি দিছিলোঁ। লখিমীয়ে উত্তৰ দিছিল। শব্দ বাছি বাছি 'কোটেশ্যন' দি দীঘল দীঘলকৈ চিঠি লিখিছিলোঁ। কেতিয়াবা চিঠি পোৱা পলম হ'লে অধৈৰ্য্য হৈ পৰিছিলোঁ। কেতিয়াবা কেইবাদিনো চিঠি নেপাই উৎকণ্ঠিত হৈ একোখন চিঠি লিখি ডাকত দিছিলোঁ আৰু পাছবেলাৰ ডাকত চিঠি পাই, ঘূৰাই উত্তৰ লিখি একেদিনাই দুখন চিঠি ডাকত দিছিলোঁ। কেতিয়াবা চিঠি দিয়া আৰু পোৱাৰ খেলি-মেলিত ভুল বুজা-বুজিও সৃষ্টি হৈছিল। আমি চকুৰে চকুৰে যিমান লগ পাইছিলোঁ, মনে মনে তাতোকৈ অধিক লগ পাইছিলোঁ।

এটা ফাগুনৰ আবেলি। সমুখৰ আঁহত গছজোপাৰ পকা পাতবোৰ বতাহত উৰি উৰি গৈ দূৰৈত পৰিছিল। খিল্ খিল্‌কৈ পাতবোৰ নাচিছিল। লখিমীৰ নীলা পাতল শাৰীখনৰ আঁচলটো বতাহত কঁপি কঁপি ফাগুনৰ বাতৰি বিলাইছিল। তেনে এটা দিনতে লখিমীয়ে মোৰ মনত এটা সন্দেহৰ বীজ পঁচাইছিল। দিন আগবাঢ়ি যোৱাৰ লগে লগে মোৰ সন্দেহো বাঢ়ি গৈছিল। চিঠি-পত্ৰৰ পৰিমাণ লাহে লাহে পাতল হৈ আহিছিল। কিন্তু সেই কোমল কোমল, কবিতা কবিতালগা শব্দবোৰ বাছি বাছি চিঠি দি আছিলোঁ। লখিমীয়েও উত্তৰ দিছিল একেদৰেই।

যাদৱানন্দ ডেকা এম-এল-এ নিৰ্বাচিত হৈ মন্ত্ৰীপদ পাইছিল। মন্ত্ৰী হোৱাৰ পাছতেই তেওঁৰ ছোৱালী মোলৈ প্ৰস্তাৱ কৰিছিল। দূৰদৰ্শী মন্ত্ৰী ডাঙৰীয়াই চকুৰ আগত মোক এজন ডাঙৰ বিষয়া হিচাপে থিয় কৰি লৈয়েই প্ৰস্তাৱ আগবঢ়াইছিল। ছোৱালীজনী দেখিবলৈ আপচু নহ'লেও গঢ়ী নাছিল আৰু মন্ত্ৰীৰ জীয়েক বুলি



ভবিষ্যত গঢ়াৰ আশাত বিয়া নকৰালে, নিজে কন্যা বিচাৰি অহা নিস্বাৰ্থ ডেকাৰ সংখ্যা তাকৰ। সেই সময়ত মোক এজনী ছোৱালীতকৈ এটা ভাল চাকৰিৰ প্ৰয়োজন বেছি আছিল। ছোৱালীজনী দেখিবলৈ ধুনীয়া হ'লেই যেনিবা, মই কিবা শ্ব'-কেছত সজাই লৈ চাই থাকিলেই পেট ভৰিবনে? তাকৰীয়া বেতনেৰে ধুনীয়া ঘৈণী এজনী পুহি অভাৱৰ তাড়নাত ছট্‌ফটাই মৰাতকৈ, আপচু ছোৱালী এজনী বিয়া কৰাই ভাল চাকৰিৰ সুবিধাৰে সুখ-স্বাচ্ছন্দ্যত থকা অধিক জ্ঞানীৰ কাম। মন্ত্ৰী ডেকাৰ ইঙ্গিত পোৱাৰ লগে লগে মোৰ মন উত্ৰাৱল হৈ উঠিল। মই লখিমীৰ কথা ভাবিবলৈ আজৰিকে নোপোৱা হ'লো। সকলো সময়তে সম্ভাব্য চাকৰিটোৰ, প্ৰমোচনৰ, দৰমহাৰ, সা-সুবিধাৰ কল্পনাই মোৰ মন আচ্ছন্ন কৰি ৰাখিলে। লখিমীৰ কেইবাখনো চিঠিৰ উত্তৰ দিয়া নাই। অধৈৰ্য্য হৈ কিবা-কিবিবোৰ লিখিবলৈ আৰম্ভ কৰিছে। মই চিঠি নোপোৱাৰ ভাও জুৰি নিমাত, নীৰৱ হৈ আছোঁ।

মন্ত্ৰীৰ জীয়েকৰ লগত মোৰ বিয়া খাটাং হ'ল। এটা শুভদিন চাই দিন-বাৰ ঠিক কৰি আঙঠি পিন্ধাবলৈ বাকী। মই লখিমীক ঘূণাক্ষৰেও ইয়াৰ খবৰ নিদিলোঁ। কিন্তু সূৰ্য্যৰ মুখত সোপা দি কোনে ৰাখিব? মোৰ এই কু-কীৰ্ত্তিৰ কাহিনী গৈ লখিমীৰ কাণত পৰিলগৈ। তাই খবৰ পাই পাগলীৰদৰে হ'ল। কিমান আশা, কিমান হেপাহ মনত পুহি ৰাখিছিল, কিমান মৰম, কিমান চেনেহ সাঁচি থৈছিল, সকলো অথলে যায় এতিয়া। তাই এই খবৰ সঁচানে উৰা-বাতৰি সুধি চিঠি দিলে। লগতে লিখিলে, 'যি অমুক তমুক কথা লিখিব পাৰে, সি প্ৰকৃততে এনে কৰিব পাৰে বুলি মই ভাবিবই নোৱাৰোঁ' বুলি আগৰ চিঠিবোৰৰ কিছুমান বাক্য আৰু শব্দ উদ্ধৃত কৰিলে। মই চক্ খাই উঠিলোঁ। এইবোৰ কথা ময়েই লিখি-ছিলোঁনে? এনেকৈ লিখা সঁচানে? চিঠিবোৰ তেনেহ'লে, লখিমীয়ে এতিয়াও সাঁচি থৈছে। মই চিন্তান্বিত হ'লোঁ। কেইমা

ৰাতিও চকুৰ পতা লগ নেলাগিল। মই লখিমীলৈ লিখি দিলোঁ, 'এই চিঠিবোৰ সাময়িক উচ্ছাসৰ অভিব্যক্তি মাত্ৰ। মই ভাল পাইছিলোঁ সঁচা, কিন্তু এই পৃথিৱীৰ, পৃথিৱীৰ বাটবোৰ ইমান জটিল, ইমান অকোৰা-পকোৰা যে বাধ্যত পৰি ভাল পোৱা বিসৰ্জন দিবলৈ বাধ্য। মই সঁচাকৈয়ে তোমাক ভাল পাইছিলোঁ, তোমাৰ অফুৰন্ত মৰমৰ ডেউকাৰ আঁৰত মই বহুত স্বপ্ন দেখিছিলোঁ, কিন্তু কি যে হৈ গ'ল। মোৰ বিয়া হোৱাটো সঁচা।'

লখিমী ক্ষুব্ধ হৈ উঠিল। অগত্যা উপায়ান্তৰ হৈ প্ৰতিশোধ ল'বলৈ থিৰাং কৰিলে। পিছ মুহূৰ্ত্ততে ধন আৰু ক্ষমতাৰ গৰ্বত গৰ্বিত হৈ যাদৱানন্দ ডেকাই বুকুৰ মাজৰপৰা বৃকোদৰ বৰুৱাক কাঢ়ি নিব খোজা দেখি ডেকাক তিৰস্কাৰ কৰিলে। নাৰী মন, আকৌ আশাই কোমল কৰি আনিলে। কেনেবাকৈ মন্ত্ৰীৰ মন ভাঙিব পাৰিলে বৃকোদৰ আকৌ লখিমীৰ বুকুলৈ উলটি আহিব। আশা, যাৰ নাম মৃত্যুঞ্জয়ী। অৱশেষত লখিমীৰ লগত বৃকোদৰৰ কিমান দিনীয়া সম্পৰ্ক; তদুপৰি সেই সম্পৰ্ক কিমান গভীৰ আৰু বৃকোদৰৰো যে আন্তৰিকতা আছিল তাক প্ৰমাণ কৰিবলৈ এখন দীঘলীয়া চিঠি লিখি তাৰ লগত বৃকোদৰৰ প্ৰেম-পত্ৰবোৰ এটোপোলা কৰি ডাকত পঠাই দিলে। টোপোলাটো পাই মন্ত্ৰী ডাঙৰীয়া অবাক। দুদিনমান গোপনে সকলো কথা ভাবি-চিন্তি ক'লে, 'আজিকালি স্কুল-কলেজত পঢ়া ল'ৰা-ছোৱালীয়ে চিঠি দিয়াটো নিয়মেই। আগৰ দিনতহে পাপ আছিল। তদুপৰি এইটো এটা আউটলেট।' মন্ত্ৰী ডাঙৰীয়াই মতাই আনি মোক সুধিলে, 'হেৰা, এইবোৰ চিঠি লিখাটো সঁচা নেকি?' মই 'বসুমতী ফাট দিয়া পাতালে লুকাওঁ' অৱস্থাত পৰিছিলোঁ যদিও, নাৰ্ভাচ নাই হোৱা যেন দেখুৱাবলৈ পোনপটীয়াকৈ ক'লোঁ, 'মই চিঠি দিয়াটো সঁচা, কিন্তু প্ৰকৃততে আমাৰ কিন্তু তেনে কোনো সন্দেহ কৰিবলগীয়া সম্পৰ্ক নাছিল।' আৰু কিবা-কিবি কৈছিলোঁ। মোৰ মূৰটো ইমান তপত হৈছিল যে কি কৈছিলোঁ, মোৰ মনত নাই।



লখিমীৰ বিয়া হৈ গ'ল। দৰা ভালেই। মোৰহে বিয়া নহ'ল। লখিমীৰ শাও লাগিল যেন পাইছোঁ। * * *

বিয়াৰ বয়স পোৱাৰেপৰা বেইতলত বহালৈকে এই দীঘলীয়া সময়ছোৱাৰ অভিজ্ঞতা বিস্তৃত, গভীৰ, বাৰেবৰণীয়া। মই গৰ্বিত হৈছোঁ, লুণ্ঠিত হৈছোঁ; উপকৃত হৈছোঁ, অপকৃত হৈছোঁ; অপমানিত হৈছোঁ, সন্মানিত হৈছোঁ; মই দলিত, পীড়িত, নিষ্পেষিত সকলো হৈছোঁ। এইবোৰ সকলো আপেক্ষিক। ভাবিলেই ভাল, ভাবিলেই বেয়া। জন্ম, মৃত্যু, বিবাহ ইয়াত কাৰো নিয়ন্ত্ৰণ নাই। মিছা কথা, জন্ম-নিয়ন্ত্ৰণ হৈছে, মৃত্যু নিবাৰণ কৰিব নোৱাৰিলেও নিয়ন্ত্ৰিত হৈছে। বাকী থাকিল বিবাহ। ভাগ্যবাদীবিলাকে অৱশ্যে কয়, কাৰ লগত কাৰ বিবাহ হ'ব সেইটো কপালত লিখা থাকে (Hanging and wiving go by destiny—Shakespeare)। যদি সঁচাকৈয়ে সেই ছোৱালীজনীৰ নামটো মোৰ কপালত লিখাই আছে, তেনেহ'লে মই কবিতা কবিতা লগা নামবোৰ বিচাৰি বিচাৰি চলাথ কৰিব নেলাগিলেহেঁতেন। বিয়াৰ আগতে প্ৰেমত পৰি নৌ তিনি বছৰ হওঁতেই বিচ্ছেদ ঘটি সুকীয়া সুকীয়াকৈ বিয়া কৰাই দুঘৰ হোৱা কপালখনত তেনেহলে কি লিখা আছিল? নাম দুটানে, এটাই? নে পঢ়োঁতে ভুল হ'ল। মই দেখোন কাৰোবাক ক'ৰবাত ভাল পাবলৈ চেষ্টা কৰিও সফল হ'ব নোৱাৰিলোঁ।

আৰু আছে। সমাজৰ চকুত আঁৰ-কাপোৰ দি ৰখা অনেক সৰু-বৰ ঘটনা আছে। মোৰ জীৱনেই ঘটনাময়। তাৰে গোটাচেৰেক 'বৃকোদৰ বৰুৱাৰ বিয়া'ৰ লেখকে দাঙি ধৰিছেই। সমাজত ভব্য-গব্য হৈ থকা মানুহবোৰৰো জীৱনৰ দুটা ফাল আছে, এটা মিহি, দেখাত চিকচিকীয়া; আনটো খহটা, ওখোৰা-মোখোৰা। এটা সামাজিক জীৱন, এটা ব্যক্তিগত গাৰ্হস্থ্য জীৱন। এটা দিনৰ পোহৰৰ জীৱন; আনটো ৰাতিৰ আন্ধাৰৰ জীৱন। ৰাতিৰ আন্ধাৰ আঁতৰাই জ্যোৎস্না বাকি দি কবিক বলিয়া কৰা জোনটোৰো

দুটা পিঠি আছে। সিপিঠি চিৰনিদ্ৰিত তমসাময় ; ইপিঠি উজ্জ্বল, সৌন্দৰ্য্যময়।

ময়ো এটা সামাজিক প্ৰাণী। ময়ো নিয়মৰ অধীন ; ব্যতিক্ৰম হ'ম কিয় ? ব্যতিক্ৰম যদি ঘটিছে, তেনেহ'লে এটা বিষয়ত। সচৰাচৰ মানুহে যিবোৰ কথা ঢাকি থৈ ভাল পায় ; পলায়ন কৰে ; সঁচাটো মিছা কৰি লুকুৱাই থয়, মই জানিবা তাকে কৰা নাই। মই নিজেও স্বীকাৰ কৰিছোঁ ; প্ৰতিবাদো কৰা নাই।

আপুনিও মানুহ। আপোনাৰো মোৰ দৰে তেজ-মঙহ, আশা-আকাঙ্ক্ষা, মৰম-চেনেহ আছে। প্ৰেম-প্ৰীতি-প্ৰণয়ৰ পোহাৰ মেলি আপুনিও যুৱীয়া জীৱনৰ পাতনি তৰিবলৈ প্ৰয়াস কৰিছে বা ইতিমধ্যে পাতনি তৰিছে। গতিকে মোৰ নিচিনা কাহিনী আপোনাৰো আছে। আপোনাৰ নিজাকৈ নাই যদি আপোনাৰ বংশত আছে ; আপোনাৰ মিতিৰ-কুটুমৰ আছে ; আপোনাৰ চকুৰ চিনাকি মানুহৰ জীৱনত এনে ঘটনা ঘটিছে। তদুপৰি মই আপোনাৰ গাৰ লগৰ ছাঁ হৈ পিছে পিছে গৈ আছোঁ, আপোনাৰ তেজৰ সিৰে সিৰে, মনৰ কোঁহে কোঁহে মই সোমাই আছোঁ। গতিকে মোৰ ঘটনাবোৰ শুনি আপুনি নিজেও উচাপ খাই উঠিব আৰু কেতিয়াবা নিজৰ ওপৰতে হাঁহি উঠিব। আপুনি প্ৰথম খণ্ড পঢ়িছে, দ্বিতীয় খণ্ডও পঢ়ক। দ্বিতীয় খণ্ড পঢ়িছে, প্ৰথম খণ্ডও নপঢ়াকৈ নেথাকিব। পঢ়ি হাঁহি উঠিলে হাঁহক, হাঁহি নুঠিলে ভাকুট্-কুটাই দিবলৈ মই আছোঁ ; মোক ক'ব। ইতি—

পাঠক-পাঠিকাৰ প্ৰিয়
(স্বা) বৃকোদৰ বৰুৱা

## এক

বৃকোদৰ বৰুৱাৰ বিয়া হোৱা নাই, কিন্তু নহব বা হ'ব নোৱাৰে বুলি কোনেও নিষেধাজ্ঞা জাৰি কৰা নাই। কল্পনাৰ পখিলা পাখিত উঠি বৰদৈচিলা উৰাদি উৰি ফুৰিবলৈ বৰুৱাৰ অফুৰন্ত সময়। বৰুৱাই আজি-কালি এধানমান আজৰি পালেই বিয়াখন, কন্যাজনী, হ'ব-লগীয়া সংসাৰখনৰ বিষয়ে বাৰে-বৰণীয়া জল্পনা-কল্পনাৰে নিজক ব্যস্ত কৰি ৰাখে। বৰুৱাই মনৰ পটৰপৰা এজনী আটকধুনীয়া ছোৱালীৰ ছবি এখন বহু যত্ন কৰিও মোহাৰি পেলাব পৰা নাই। ছোৱালীজনী ছোৱালী হৈ থকা হ'লে বৰুৱাই এবাৰলৈ হ'লেও যত্ন কৰি চালেহেঁতেন কিন্তু মানুহজনী লগ পোৱাৰ আগতেই বোৱাৰী হৈ গ'ল। এটি ল'ৰাৰ মাক এই দীপলিপ অনিন্দ্যসুন্দৰী গাভৰু গৰাকীয়ে এটি ল'ৰাৰ মাক হৈ বোৱাৰী-জীৱনৰ পাতনি মেলাৰ সময় হ'লেও বৃকোদৰ বৰুৱালৈ খন্তেক ৰ'ব পাৰিলেহেঁতেন। কিন্তু সময় ন'ৰল ; আগবাঢ়ি গ'ল। ঊষা-হৰণ বা ৰুক্মিণী-হৰণ আমাৰ দেশত অনুমোদনীয় কিন্তু সীতা-হৰণ মহাপাপ। বয়সত সৰু হ'লেও ন-বৌ বুলি সম্বোধন কৰিছিল সেই বোৱাৰী গৰাকীক। মধুৰ দাম্পত্য জীৱন তেওঁবিলাকৰ। যোৱা তিনি বছৰ ধৰি বৃকোদৰ তেওঁবিলাকৰ নিচেই কাষৰ ঘৰটোতে বাস কৰিছে। এদিনলৈকো এষাৰ টান মাত, গালি-শপনি বা ঠেহ-পেঁচ ধৰা দেখা নাই। সঁচাকৈ মধুৰ দাম্পত্য-জীৱন। বৃকোদৰ বৰুৱাই মনে মনে এই সৰু পৰিয়ালটিকে আদৰ্শ কৰি লৈছিল। এজনী ভাৰ্য্যা-ৰমণীৰ কমনীয় ৰূপ-লাৱণ্য আৰু মিঠা মাতৰ গৰাকিনী, এগৰাকী মাত্, যথাৰ্থতে এগৰাকী প্ৰিয়া।

ক'ৰবাত গাভৰু ছোৱালী এজনী চকুত পৰিলে, সেই কথা প্ৰকাশ কৰিবলৈ লাজ লাগিলেও, অসুবিধা নাই। অসমীয়াত এষাৰ কথা আছেই, 'গাভৰু ছোৱালী আটায়ে চায়।' কিন্তু বৃকোদৰৰ সমস্যা অন্য ধৰণৰ। তেওঁ আদৰ্শ বিচাৰি পাইছে এগৰাকী বোৱাৰী। এই কথা প্ৰকাশ কৰে কেনেকৈ? এনেয়ে হাঁহিয়াতৰ পাত্ৰ। এইবোৰ কথা শুনিব লাগিলে, মানুহে বলিয়াহে বুলিব। কিন্তু সেই একেটা কথাকে কিমান দিন হেঁচি ৰাখিব?

বৃকোদৰ বৰুৱাই দেখিছে, সকলো শাসন কৰিব পাৰিলেও মনটো শাসন কৰা বৰ টান। সুবিধা পালেই এৰালছিঙা গজমূৰী গাইৰদৰে মহটিয়াই নিয়ে। অনেকদিন চেষ্টা কৰিছে, মনক বুজাইছে, এইবোৰ আলাসত চাং পতা কথা ভাবি লাভ নাই; কিন্তু পিছ মুহূৰ্ত্ততে সেই মানুহ গৰাকীৰ মৰমসনা মুখখন আহি মনৰ বাটেদি পাৰ হৈ যায়, সেই নোদোকা ল'ৰাটো কোলাত লৈ মৰম কৰা মাতৃময়ী মূৰ্ত্তিটো ভাহি উঠে। তেতিয়া বৃকোদৰ বৰুৱাই কল্পনাৰ শৰণ নলৈ নোৱাৰে। সম্ভাব্য সংসাৰখনৰ এটি সৰু পৰিকল্পনা কৰি পেলায়। এজনী নাৰীসুলভ গুণ আৰু কমনীয়তাৰে উপচি পৰা গাভৰু, তাৰ পিছত সংঘাতবিহীন, সৰল, মধুৰ এখন সংসাৰ। সাধুকথাৰ পিঠাগুৰি বেপাৰী, কল্পনাবিলাসী মগনীয়াটোৰ দৰে বৃকোদৰ বৰুৱাই কল্পনা কৰি যায়ঃ বিয়া হ'ব, কন্যাও বাছকবনীয়া আটকধুনীয়া হ'ব, ইয়াত অলপো সংশয় নাই। বিয়াৰ বছৰেক, ডেৰ বছৰৰ পিছত এটি সন্তান জন্ম হ'ব। পুত্ৰ হ'লেই ভাল কিন্তু কন্যাও হ'ব পাৰে; এই বিষয়ে আগতীয়াকৈ কোৱা টান। বৃকোদৰ বৰুৱাই বিয়া নেপাতিলেও অন্ততঃ এশখন ৰভাতলী গৰকিছে। বিয়া খাবলৈ গৈছে, দৰাৰ লগত গৈছে, আনকি দৰা-ধৰা হৈও ছাতি ধৰি পাইছে। দৰা-ধৰা হোৱাটোত এক স্নিগ্ধ ৰোমান্স আছে। বিয়াঘৰীয়া গাভৰু ছোৱালীবোৰৰ চকু দৰাৰ ওপৰত নহয়, প্ৰথমতে দৰা-ধৰীয়া আৰু পিছত দৰাঘৰীয়া ডেকাবোৰৰ ওপৰত। বৃকোদৰ বৰুৱাই ব্যক্তিগত অভিজ্ঞতাৰ পৰা



হিচাপ কৰি চাই দেখে, কিছুমানে ৰভাখন ডাঙৰকৈ সাজে, মানুহ তাকৰৈকে মাতে। কিছুমানে চিঠিখন আহল-বহলকৈ ছপাই চিঠি দিয়ে কিন্তু জলপানটো দিবৰ বেলিকা টাটক-নাটক কৰে। কিছুমানে ৰভাখন ধুনীয়াকৈ সজায় কিন্তু নিমন্ত্ৰিত অতিথিক ভালকৈ সোধ-পোছ নকৰে। কোনো কোনোৱে জীয়েক-পুতেকৰ বিয়ালৈ হোৱাই-নোহোৱাই যাকে-তাকে মাতে কিন্তু অভ্যৰ্থনাৰ পৰত নিজৰ অঙহী-বঙহী, মিতিৰ-কুটুমক ভিতৰুৱাকৈ খুৱাই-বুৱাই সোধ-পোছ কৰি বাকীবোৰক কেইটামান চেঙেলীয়া ল'ৰাৰ মৰ্জিৰ ওপৰত এৰি দিয়ে। কাৰোবাৰ আকৌ সেইদিনাহে ব্যস্ততা ওলায়, আলহী-অতিথিক মাত এষাৰ দিবলৈকো আজৰি নোহোৱা হয়। তুমি যদি চম্ভালিব নোৱাৰা, ইমানবোৰ মানুহ মাতা কিয়? তোমাৰ পুতেৰ-জীয়েৰৰ বিয়ালৈ নেমাতিলে, তোমাক কোনেও ফাঁচী-ফাটেক নিদিয়ে। খেনোৱে বিয়া খাবলৈ নগ'লে ৰোহ মাতে; বাটত লগ পালে নেমাতে। খেনোৱে নোৱাৰাতহে চিঠিখন দলিয়াই দিয়ে, পৰা হ'লে নমতাকৈয়ে থাকিলেহেঁতেন। কোনোৱে চিঠিখন চকুত লগাকৈ পাতি, মানুহক দবনিকৈ খুৱাই হেজাৰ হেজাৰ টকা টেঁটুত ধাৰ লগায়। কোনো কৃপণ, হাতৰ মাজেৰে পানী নসৰকা মানুহে অতিথি-অভ্যাগতৰ চকুত পৰাকৈ কৃপণালি কৰি বদনাম আৰ্জে। কোনোবাই মিতিৰ-কুটুম, লগা-ভগা মানুহ, তেজ-মঙহৰ হিচাপ কৰি মাতে; কিছুমানে, ঘাইকৈ ন-চহকী, ভঁজুৱা অভিজাতে নিজৰ ষ্টেণ্ডাৰ্ড মিলাই মানুহ মাতে। কোনোৱে নিজৰ লগৰ দহজনক ভালকৈ খুৱাই কামটো সমাধা কৰে। বৃকোদৰ বৰুৱা এবাৰ এঘৰ মানুহৰ তেওঁৰ পুতেকৰ বিয়া খাবলৈ গৈছিল। পদূলি মূৰত কলতলতে দৰাৰ দেউতাকে লগ পাই নমস্কাৰ জনাই কেনিবা আঁতৰি গ'ল। চোতালৰ ওচৰ পাই দেখে এবিঘামান মাটিত বিৰাট ৰভা। যেনিবা কোনোবা প্ৰদৰ্শনী-মণ্ডপহে। প্ৰকাণ্ড ডুমহলা ঘৰৰ চাৰিওমেৰে, তলে-ওপৰে, গছে-বনে বিজুলী চাকি

জ্বলি ৰমক-জমক হৈ আছে। বিচিত্র সাজ-পাৰ পিন্ধি ডেকা-গাভৰু বহুতেই যোৰ পাতি পাতি কথা পাতি আছে। এবা, এইখন সঁচাকৈয়ে প্রদর্শনী—মানুহৰ প্রদর্শনী। বৃকোদৰ বৰুৱা ৰভাতলত সোমাই কোনেও নোকোৱাকৈ চকী এখনত বহিল। দৰা, দৰাৰ ককায়েক, বায়েক-ভনীয়েকহঁত নিজৰ নিজৰ বিশিষ্ট অতিথিৰ লগত কথা পতাত ব্যস্ত। গতিকে কাকো দোষ নিদি আত্মসাহায্য আঁচনিৰ অধীনত নিজেই আসন অলংকৃত কৰিলে। দৰাৰ দেউতাকে দৰাক চিনাকি কৰি দিলে, 'এখেত বৃকোদৰ বৰুৱা।' দৰাই এটা নমস্কাৰ জনাই আঁতৰি গ'ল। হয়তো ভাবিলে, বুঢ়া বাপেকৰ কোনোবা জধলা বন্ধু, বিশেষ লক্ষ্য কৰিবৰ কোনো উপলক্ষ্য নাই। মিছা নহয়, ৰভাৰ বাওঁফালে থকা বঙলাৰ চোতালত দৰাৰ বিয়া হোৱা ভনীয়েক এজনীয়ে এটা ল'কাট ব্লাউজ, এযোৰ গাঢ় নীলা গুণাফুলীয়া কাপোৰ পিন্ধি উদং হাতীদঁতীয়া বাহু কেইটাৰ প্রদর্শনী পাতিছে। অলপ দূৰতে দৰাৰ ককায়েকে দামী চিগাৰেটৰ টিন এটা লৈ মানুহ চাই চাই যাচি ফুৰিছে। হঠাৎ এবাৰ উফৰি আহি বৃকোদৰৰ আগতো চিগাৰেটৰ টিনটো আগ বঢ়াই দিলেহি। মুখত হ'লে মাত নাছিল। বৃকোদৰে হাত যোৰ কৰি মূৰ জোকাৰি জনালে, তেওঁৰ এই বিষয়ত অভ্যাস নাই। ক্ষন্তেক পাছতে নৱ-বিবাহিতা কন্যা এগৰাকী কাষত স্বামীক লৈ ৰাজহাঁহৰ খোজেৰে ভিতৰলৈ সোমাই গ'ল, সম্ভৱতঃ মানুহ গৰাকী দৰাঘৰৰ নিকট আত্মীয়। আন এগৰাকী ২৬/২৭ বছৰীয়া বিবাহিতা মহিলাই ওখ গোৰোহাৰ জোতা পিন্ধি পৰ্বত-বগোৱা খোজেৰে সেইখিনিত কেইবাবাৰো পাক মাৰিলে, কি বিচাৰিছিল জনা নগ'ল। তাৰ পিছত দৰাৰ সমনীয়া, লগৰীয়া, সহকৰ্মী, পাৰ্টনাৰ বহুতো আহিল। বৰ শকত শকত টোপোলাৰ উপহাৰ লৈ কেইবাজনো ব্যৱসায়ী বন্ধু আহিল। সকলো অভ্যৰ্থিত হৈ জাক পাতি পাতি ওলাই গ'ল। বৃকোদৰ বৰুৱা স্থবিৰ হৈ বহি থাকিল।



মাত-কথা এষাৰ পাতিবলৈকো মানুহ এটা নাই। এসময়ত বৃকোদৰ বৰুৱা নীৰৱে বিয়াঘৰৰ পৰা কাকো মাত নলগোৱাকৈ গুচি অহাটোকে খাটাং কৰি পেলালে। ঘৰত খাবলৈ নেপাই বিয়াঘৰত ক্ষুধা নিবাৰণ কৰিবলৈ কোনো নেযায়। ভেজাল বনস্পতিৰে ভজা হাতী-কাণৰ দৰে ডাঠ দুখন ৰুটি, জানুৱাৰী-ফেব্রুৱাৰী-মাৰ্চত হ'লে কবি-আলুগুটিৰ ভজা, এপ্রিল-মেই-জুনত হ'লে বঙালাওৰ ভজা, দুটামান বুন্দিয়া, এচামুচ দৈ আৰু বেছি হ'লে এটা পাৰকণীয়া ৰসগোলা। তাক মাত্র এদিনলৈ খাই কোনো জীয়াই নেথাকে। বিয়ালৈ মানুহ মাতি, ৰভাতলীত মাত এষাৰো নেমাতি, ভলন্টিয়াৰ ল'ৰাই জলপানটো খুৱাই পঠিয়াবলৈ যাকে-তাকে নিমন্ত্রণ নকৰাই ভাল। কৰোবাক সন্মান দেখুৱাৰ প্রবৃত্তি নেথাকিলেও অসন্মান জনোৱাৰ অধিকাৰো নাই। বৃকোদৰ বৰুৱাই বহুত পলমকৈ সিদ্ধান্ত কৰিলে, এনেকুৱা মানুহৰ, বিশেষকৈ তথাকথিত ভদ্র (?) অভদ্র মানুহৰ বিয়া খাবলৈ ভৱিষ্যতে নেযায়। তাৰ পিছত বহুত দিন যোৱা নাই। কিন্তু বৃকোদৰ বৰুৱাৰ নিজৰ বিয়া খাবলৈ কোন আহিব? মানুহৰ লগত আহ-যাহ, মাত-বোল নহ'লে মানুহ আহিব কিয়? ধন হ'লেই মানুহ মানুহৰপৰা ওপৰলৈ উঠিব নোৱাৰে, গতিকে ধন খৰচ কৰি আত্মম্ভৰিতা দেখুৱাবলৈ অন্ততঃ নিৰীহ মানুহক বলি দিব নেলাগে। বৃকোদৰে মনতে সঙ্কল্প কৰিলে, তেওঁ পাঁচশতকৈ অধিক মানুহক নিমন্ত্রণ নজনায়। যাক যাক নিমন্ত্রণ জনাব নিজে এষাৰ মাত মাতি, মূৰ দোঁৱাই এটি নমস্কাৰ জনাব। মাহী-পেহী, জী-জোঁৱাই, মিতিৰ-কুটুম, অঙহী-বঙহী, সেইবোৰ এনেও আপোন। বিয়াৰ দিনা নিমন্ত্রণ জনাই অনা অতিথিসকলকহে এষাৰ সাদৰী মাত দি আপোন কৰি লোৱাৰ চেষ্টা কৰিব লাগে। এজন মানুহে জীৱনত কিমান বিয়া খায়, কিমানবাৰ ৰভাতলী গৰকে? ক'ৰবাত ভাল পালে, যেনেকৈ নেপাহৰে, বহুত দিনলৈ কৈ থাকে, তেনেকৈ তিতা-কেহা পালেও নেপাহৰে। গতিকে

সৰহীয়াকৈ মানুহ মাতি, চম্ভালিব নোৱাৰি, আনক অসন্তুষ্ট কৰাৰ ইচ্ছা অন্ততঃ বৃকোদৰৰ নাই। বৃকোদৰ অভিজ্ঞ মানুহ। আটোম-টোকাৰিকৈ সজোৱা এখন সৰু ৰভা, দুটি কলপুলি, কলপুলিৰ গুৰিত দুটি মঙ্গল-ঘট, মঙ্গল-ঘটত দুটি নাৰিকল, কলপুলিত ঘনকৈ গঁথা আমডালি। বৃকোদৰ বৰুৱাই কল্পনা কৰি গ'ল, কলপুলি আৰু ৰভাৰ মাজতে বৃকোদৰ বৰুৱাই বগা পাটৰ পাঞ্জাৱী, এখন নতুন মিহি চুৰিয়া আৰু এযোৰ বনকৰা নাগেৰা চেণ্ডেল পিন্ধি থিয় হৈ থাকিব। প্ৰতিজন অভ্যাগতক এটি নমস্কাৰ জনাব। বৃকোদৰৰ বন্ধু এজনে সেইখিনিৰপৰা আগবঢ়াই লৈ গৈ বহিবলৈ আসন দেখুৱাই দিব। সৰু সৰু পাখিলগা ফ্ৰক পিন্ধা ছোৱালী দুজনীৰ এজনীয়ে পাণ-তামোল আৰু এজনীয়ে চফ-চুপাৰি আগবঢ়াই দিব। যিজন মানুহে আগবঢ়াই নিব, তেওঁ হিচাপ ৰাখিব, কোন ভিতৰলৈ গ'ল আৰু কোন যোৱা নাই। একাদিক্ৰমে অভ্যাগতক অভ্যৰ্থনা জনাব। বিয়াঘৰত উখল-মাখল, উদুলি-মুদুলি হ'লেই কেণা লাগে। বৃকোদৰ বৰুৱাই ইয়াৰ বাবে সুকণ্ডা নুলিয়ায়। ইফালে নিমন্ত্ৰিতৰ ভিৰ পৰিছে, সিফালে পানী তুলিবলৈ যাব লাগে নতুবা দৰা নোৱাবৰ সময় হৈছে। দৰা আহিল, সুৱাগুৰি তুলিবৰ সময়, সেই সময়তে মানুহৰ ভিৰ পৰিল; ক'ৰবাত খুঁত থাকিবই। গতিকে অভ্যৰ্থনা আগদিনা হ'ব, পাছদিনা আনুষ্ঠানিক কাম-কাজ হ'ব। যেনে চিন্তা তেনে কাম। বিয়া হৈ যাব। কইনাজনী কেনে হয়? দেখিবলৈ শুৱনী, মৰমিয়াল, সুৱাগী ভাৰ্য্যা হ'লেও আটাইৰে লগত মিলি-জুলি থাকিব লাগিব। বিয়াৰ পাছত যি হওক, বিয়াৰ আগত এইদৰেই সকলোৱে ভাবে। বিয়াৰ পাছত ইঞ্জিনেও ডবা টানি নিয়ে; ডবায়ো ইঞ্জিন ঠেলি নিয়ে।

বিয়াৰ পাছত সংসাৰ আৰম্ভ হ'ব। এদিন-দুদিনকৈ বোৱাৰীৰ গা জিলিকিব। সুৱাগী ভাৰ্য্যা সন্তানসম্ভৱা হ'ব। বৃকোদৰ বৰুৱাই অতি গোপনে ঠিক কৰি পেলায়, পুত্ৰ সন্তান হ'লে তাৰ নাম থ'ব



অৰুণাভ আৰু কন্যা সন্তান হ'লে তাইৰ নাম থ'ব অৰুণিমা। সিহঁত লাহে লাহে ডাঙৰ হ'ব। আজিকালি আটাইতকৈ ডাঙৰ সমস্যা হৈছে শিশুক শিক্ষা দিয়া। বৃকোদৰৰ শিক্ষা যি হ'ল হ'লেই। পুতেকক অন্ততঃ পূৰা চাহাব কৰিব নোৱাৰিলেও আধা চাহাব কৰিব লাগিব। বৃকোদৰৰ মনৰ মাজত বহল কপালৰ কেঁকোৰা-কেঁকুৰি চুলিৰে বগা, নোদোকা ল'ৰা এটাই স্কুলৰ ইউনিফৰ্ম পিন্ধি, টাই মাৰি কাষত কিতাপৰ বেগ লৈ বেগাই যায়। মন যিমান আগুৱায় ল'ৰাও সিমান আগ বাঢ়ে। আজিকালি আমাৰ চৰকাৰী, অৰ্দ্ধ-চৰকাৰী স্কুলবোৰ অলপো ভাল নহয়। কেৱল ধৰ্মঘট, ছুটী আৰু বন্ধ। গতিকে তাক যি কোনো উপায়েৰে চাহাবৰ স্কুলত নাম লগাবই লাগিব। সাজ-পাৰেই মানুহ নহয়। বুদ্ধি-বৃত্তিয়েহে মানুহ গঢ়ে। চিম্পাজী এটাক চাহাবৰ সাজ পিন্ধাই চিৰিয়াখানাত নথৈ স্কুলৰ চাৰিবেৰৰ মাজত থৈ আহিলেই সি মানুহ নহয়, বৃকোদৰে তাক জানে কিন্তু মন নেমানে। মাকৰ ইচ্ছা পুতেকক চাহাব কৰিবই লাগিব। এইবোৰ ভাবি থাকোঁতে বৃকোদৰ হঠাৎ উচাপ খাই বৈ যায়। কল্পনাৰ কথাবোৰ চিন্তা কৰি নিজৰেই লাজ লাগি যায়। ধেৎতেৰি।

বয়স বাঢ়ি গৈছে, বৃকোদৰৰো জেদ বাঢ়ি গৈছে। বিয়া পলম হৈছে; হওক। ই কাৰো হানি কৰা নাই। বৃকোদৰে ভাবে, 'ৰূপ হ'লে সোণ, সোণ হ'লে ৰজাৰ জীয়ৰীও পোন'। এইবোৰ কথা বুঢ়া-লোকে এনেয়ে কৈ যোৱা নাই। বৃকোদৰৰ এজনী ছোৱালী মনে-পিঠে খাইছিল। সময়ত খোজা-বঢ়া কৰা হ'লে বিয়াই হ'লহেঁতেন। পিছে বাপেকৰ এটা দোষ আছিল। তেওঁ বামুণ মানুহ দেখিব নোৱাৰিছিল। সুবিধা পালেই বামুণৰ বদনাম গাইছিল। পিছে কি হ'ব? ভগৱন্তই ব্ৰহ্মনিন্দা সহ্য কৰিব নোৱাৰিলে; পুতেকেও আনিলে ব্ৰাহ্মণৰ ছোৱালী; জীয়েকো ব্ৰাহ্মণলৈ গ'ল। কেনে মজা! বৃকোদৰৰ হৰিষাদ-বিষাদ একো নাই। আজিকালি আনুভূতিক ঐক্যৰ দিন।

আত্মাৰ যদি জাতেই নাই ; জৰাজীৰ্ণ দেহটোত জাতটো লাগিলহি ক'ৰপৰা ? কিন্তু কথাতে কয়, 'আমাক নিন্দে চামে ।'

বৃকোদৰ বৰুৱাক অপছন্দ কৰাৰ অন্য কিবা দোষ থাকক বা নেথাকক তিনিটা কথাই আহুকাল সৃষ্টি কৰিছিল। এক, বৃকোদৰ বৰুৱাৰ নামটো। কবিতা কবিতা লগা আজিকালিৰ ছোৱালীৰ নামবোৰৰ লগত এই মহাভাৰতৰ যুগৰ আলান্ধুকলীয়া নামটো খাপ নেখায়। চুঁচি-মাজি পিন্ধি-উৰি ওলোৱা আধুনিকা গাভৰু এজনীৰ লাস্যময়ী ৰূপটোৰ লগত বৃকোদৰৰ এই নামটো অচল; একেবাৰেই অচল। দুই, বৃকোদৰ নামে-কামে বৃকোদৰ। গা-পাতল, লাহী কঁকালৰ, পাখিলাহী গাভৰু এজনী আগে-গুৰিয়ে সমান, ভেৰেহা শকত বৃকোদৰৰ লগত মিলিব কেনেকৈ ? গতিকে নামঞ্জুৰ। তিনি, বৃকোদৰ টপা। এনেয়ে বয়স হৈছে, তাতে টপা। আচল বয়সতকৈয়ো বছৰৰ হিচাপ আগ বাঢ়ি যায়। বৃকোদৰ বৰুৱাই এই তিনিটা সমস্যাৰ পৰিপ্ৰেক্ষিতত এটা নতুন সমাধান উলিয়াবলৈ চেষ্টা কৰিলে। নামটো সলনি কৰিবৰ এতিয়া বতৰো নাই, বয়সো নাই। তথাপি গল্প আৰু কবিতা ছদ্মনামত লিখি কিবা এক তৃপ্তি পায়। শ্ৰুতিমধুৰ কবিতাগন্ধী এইবোৰ ছদ্মনাম। মানুহক দেখুৱাই নামটো সলনি নকৰিলেও, সলনি কৰিবৰ ইচ্ছা যে আছিল, সেইটো ধৰা পৰে। দ্বিতীয়তে, ইংৰাজী আলোচনীত প্ৰকাশিত বিজ্ঞাপন পঢ়ি আৰু ছবি দেখি ছসপ্তাহত ক্ষীণ, আঁটিল, দেখনিয়াৰ, হৃষ্ট-পুষ্ট হোৱাৰ এটা যন্ত্ৰ কিনি আনি ব্যায়াম কৰিবলৈ ধৰিলে। গাৰ চৰ্বিবোৰ কমি গৈ নাইকিয়া হ'ল, মাংসপেশীবোৰ আঁটিল হৈ বৃকোদৰৰ বয়স কমাই পেলালে। যথাৰ্থতে দহ বছৰমান সৰু যেন লাগিবলৈ ধৰিলে। বৃকোদৰ এবাৰ বোম্বাইলৈ গৈছিল। আহোঁতে নিজৰ মুখৰ লগত মিলাকৈ এটা উইগ্ কিনি লৈ আহিল। ঘৰৰপৰা কিছুমানদিন আঁতৰি থাকোঁতে এই উইগ্‌টো ব্যৱহাৰ কৰিছিল। এতিয়া নিয়মীয়াকৈ ব্যৱহাৰ কৰে। আগৰ বৃকোদৰ



বৰুৱাক এতিয়া বহুতেই চিনি নোপোৱা হ'ল। বৃকোদৰৰ মাৰ্কেট বহুত ভাল হৈ পৰিল।

* * *

বৃকোদৰ এবাৰ ছৈখোৱা ঘাটেদি ফেৰীত পাৰ হৈছিল। পাৰঘাটৰ মুকলি গধাৰ পাৰত থিয় হৈ আছিল এটা সন্তানৰ মাক হোৱা এগৰাকী মহিলা, এজনী সৰু ছোৱালী, দেউতাক আৰু এগৰাকী সুন্দৰী গাভৰু। গাভৰুৰ চকুৱে-মুখে নতুন ঠাই দেখাৰ ঔৎসুক্য আৰু নতুন অভিজ্ঞতাৰ মৃদু আলোড়ন বিয়পি পৰিছিল। তেওঁ এই প্ৰথম ফেৰীত পাৰ হ'ব। নিয়মীয়া শকত, মজলীয়া ওখ, মিঠা বৰণীয়া ছোৱালী। মহিলা গৰাকীক কিবা-কিবি কৈ তাই ঘনে ঘনে হাঁহে। হাঁহিলে ওপৰৰ পাৰি দাঁতৰ আগবোৰ জিলিকি উঠাৰ লগতে ওঠৰ কোণত বেৰিয়া গজা জোঙা দাঁতটো ওলাই সুকীয়া এক সৌন্দৰ্য্যৰ সৃষ্টি কৰে। মানুহজনী চাই চুলিকোছা সৰহ আৰু দীঘল, কিচ্‌কিচীয়া ক'লা। কপালৰ ঠিক সোঁ-মাজতে দু-আঙুলমান সেওঁতা ফালি বাকীখিনি মিলাই মূৰ ফণিয়াইছে। কাণৰ কাষত সামান্য ঢৌ উঠা। বৃকোদৰ বৰুৱাক যিদিনাই জ্যোতিষীয়ে ক'লে, 'কন্যা আপুনি নিজে পছন্দ কৰি বিয়া কৰাব'; সেইদিনাৰেপৰা জাত-কুল, ধৰ্ম-বিধৰ্ম, সম্ভাব্য-অসম্ভাব্য একো বিচাৰ নকৰি মনেখোৱা ছোৱালী এজনী দেখিলেই কল্পনাতে তাইক বিয়া কৰাই ঘৰলৈ আনি সংসাৰৰ পাতনি মেলে। পাৰঘাটত ৰৈ থকা এই সুন্দৰী গাভৰুজনী ৰ'দত ৰঙা-চঙা পৰি ধুনীয়াজনী হৈ পৰিছে। দূৰৈত ৰৈ থাকি বৃকোদৰ বৰুৱাই একান্তমনে চাই আছে। এবাৰ হঠাৎ চকুৱে চকুৱে পৰিলত বৃকোদৰ বৰুৱাই তৎক্ষণাত চকু ঘূৰাই দিলে কিন্তু ছোৱালীজনীয়ে শূন্য দৃষ্টিৰে সেইপিনেই চাই থাকিল।

বৃকোদৰ বৰুৱাই চাহৰ দোকানৰ বাঁহৰ কামিৰে সজা চাংখনত বহি উত্তৰপিনে জিলিকি থকা শাৰী শাৰী পৰ্বতবোৰলৈ চাই থাকিল। দূৰৰ পৰ্বতৰ টিঙত বৰফ পৰিছে। বেলিৰ পোহৰত

বৰফবোৰ জিকমিকাই উঠিছে। প্ৰথম দেখাৰেপৰা সেই ভদ্ৰলোকজন বৃকোদৰ বৰুৱাৰ চিনাকি চিনাকি লাগিছিল কিন্তু কেতিয়া, ক'ত দেখিছিল, মনত পেলাব পৰা নাছিল। গুৱাহাটীত চিনাকি হোৱা এদিনীয়া চিনাকি মানুহ এজন হঠাতে ডিব্ৰুগড়ত লগ পালে সন্দেহ ওপজে, তেৱেঁ ইনে এওঁ, এৱেঁইনে তেওঁ ? এইটো সকলোৰে হয়। সিজনেও ক্ষন্তেক এনেকৈ থকাৰ পিছত হয়তো মাত লগায়, আপোনাক ক'ৰবাত লগ পাইছিলোঁ নহয়নে ? অৱশ্যে ভেমাল মানুহে আগতীয়াকৈ নেমাতে। বৃকোদৰ বৰুৱাই মনে মনে মনত পেলাবলৈ চেষ্টা কৰিলে, এই ভদ্ৰলোকজনক ক'ত দেখিছিল। এনেতে ভদ্ৰলোকজন নিজেই আগবাঢ়ি আহি ক'লেহি, 'আপুনি বৃকোদৰ বৰুৱা নহয়নে ? আপোনাক এবাৰ গুৱাহাটীত লগ পাইছিলোঁ। মনত আছেনে, আমি একেখন ছুপাৰ বাছতে যোৰহাটলৈ আহিছিলোঁ। কাজিৰঙাত যে বাটৰ দাঁতিত বনৰীয়া হাতীটো ৰৈ আছিল আৰু তাৰপৰা আহিয়েই যে আমাৰ বাছখনৰ চকা ফুটিছিল।' 'হয়, হয়, এতিয়া মনত পৰিছে। আপুনি আজি-কালি ক'ত থাকে ?' 'মই অৰুণাচলত থাকোঁ। এমাহৰ ছুটীত ঘৰলৈ গৈছিলোঁ। খুলশালী এজনীৰ বিয়া আছিল। আহক, আমাৰ শ্ৰীমতীৰ লগত চিনাকি কৰি দিওঁ।' এই বুলি বৃকোদৰক লৈ আহি চিনাকি কৰি দিলে, 'হেৰা দীপ, এখেত বৃকোদৰ বৰুৱা। সেই যে কাজিৰঙাত বনৰীয়া হাতী ওলোৱাৰ কথা কৈছিলোঁ, এখেতো আছিল আমাৰ লগত। সেই যে মানুহজনীয়ে ভয়ত আটাইবোৰ যাত্ৰীৰ আগতে গিৰিয়েকক সাৰট মাৰি ধৰিছিল। তাৰ পিছত মানুহজনীয়ে তলমূৰ ওপৰ কৰিব পৰা নাছিল। বৰুৱা, এওঁ দীপিকা, মোৰ সহধৰ্মিনী আৰু এওঁ জিনু মোৰ খুলশালী। ইউনিভাৰচিটিত এম-এ পঢ়ে। বন্ধ আছে দেখি দুদিনমানৰ বাবে আমাৰ লগত আহিছে।'

কিৰণ বৰুৱা। বেছ ৰসিক মানুহ। নমস্কাৰ বিনিময় হোৱাৰ পাছতে বৃকোদৰে ক'লে, 'বহুত সময় থিয় হৈ আছে, খন্তেক বহোঁ আহক, একাপ একাপ চাহ খাওঁ'। দীপিকা বৰুৱাই সিমান ভাল নেপালে, তাকে দেখি জিনুৱেও যোগ দিলে। 'নৈৰ পাৰত বিৰিণা-খাগৰিৰ মাজত ক'ত ভাল হোটেল পাব ; সৌ মূৰৰখন অলপ চাফ-চিকুণ, তালৈকে যাওঁ।' শেষত সন্মতি দিলে। এখন বেঞ্চত বৃকোদৰ আৰু কিৰণ বৰুৱা। মুখামুখিকৈ, সিখন বেঞ্চত দীপিকা আৰু জিনু। ভিনিহিয়েকে খুলশালীয়েকক জোকাই থাকে। মিনুৰ বিয়া হৈ গ'ল। পৰীক্ষাটো হৈ গ'লেই জিনুকো দি দিব লাগিব। হেৰি বৰুৱা, আপোনাৰ বহুত চিনাকি মানুহ আছে, ল'ৰা এটা চাই দিবচোন। এই সকলো কাম-বন জানে।' 'আপুনি বাৰু তাইক য'তে-ত'তে জোকাই থাকে কেলেই' দীপিকাই ক'লে। 'আজি-কালি ছোৱালীয়ে বিয়াৰ কথা কৈ জোকালে ভালহে পায়'। জিনু নীৰৱে থাকিল, লাজ আৰু হাঁহি-মিহলি মুখেৰে তলমূৰকৈ। বৃকোদৰে দেখিলে, জিনুজনীৰ লাজসনা মুখখন দেখিবলৈ ধুনীয়া হৈ পৰিছে।

ফেৰী যাওঁতে পলম হ'ব। সিপাৰৰপৰা আহি পোৱাই নাই। চাহ-তাহ খাই খন্তেক তাতেই বহি থাকিল। বৃকোদৰ বৰুৱাই কিৰণ বৰুৱাৰ লগত নানা বিষয়ৰ কথা পাতিলে। দুয়োজনেই সমানে সৰবৰহী, সমানে কথকী। প্ৰথমে দেখাত ৰিজাৰ্ভড্ যেন লাগিলেও মুখ মেল খালেই ৰস উপচি পৰে। দীপিকাকহে অলপ বেছি ৰিজাৰ্ভড্, গহীন, গপচ্ যেন লাগিল। জিনুৰ বিশেষ অসাধাৰণত্ব নাছিল। কিবা কিবি কৈছিল, কিন্তু বায়েকৰ কাণত ফুচ্‌ফুচাই কৈছিল। কেতিয়াবা কেতিয়াবা বায়েকৰ ফাললৈ আৰু কেতিয়াবা বৃকোদৰ বৰুৱালৈ চাইছিল। পঢ়া-শুনা কৰা বুদ্ধিমতী ছোৱালী জিনুৱে পৰিবেশটো চম্ভালি লৈছিল কিন্তু দীপিকাই আমনি পাইছিল যেন লাগিছিল।

সিপাৰৰ মাটিত ভৰি দিওঁতে আবেলি বেলিৰ সোণালী ৰং লাগি আকাশখন বৰ্ণনাতীত সুন্দৰ হৈ উঠিছিল। লুইতৰ পানীত বেলিটো নাচিছিল। জিনুৱে বায়েকক কৈছিল, 'চাচোন, আকাশখন কিমান

ধুনীয়া হৈ উঠিছে। সৌন্দৰ্য্যপিয়াসী বৃকোদৰে একেথৰে অস্তাচলৰ অলিখিত কবিতা উপভোগ কৰি গৈছিল। নিশা সাতমান বজাত বৃকোদৰহঁত তেজু পাইছিলগৈ। বৃকোদৰ যদিও এসপ্তাহৰ বাবে তেজুলৈ গৈছিল, কামৰ বাধ্য-বাধকতাই কুৰিদিনমান ৰখালে। বাছৰপৰা নামি যাবৰ সময়ত কিৰণ বৰুৱাই যদিও মাতি গৈছিল আৰু এভুমুকি মাৰিবলৈ যদিও বৃকোদৰৰ মনে লিকলিকাই আছিল, আজৰি উলিয়াব পৰা নাছিল। কিন্তু ঈশ্বৰৰ কি ইচ্ছা, তেজু এৰিবৰ আগ দিনা হঠাতে ডাকঘৰৰ ওচৰত দেখা হ'ল। বৃকোদৰ বৰুৱাই ক'লে 'আপোনাৰ ঘৰলৈ যাওঁ বুলিও যাব পৰা নাই। কাইলৈ ন'হলে পৰহিলৈ যামগৈ।' কিৰণ বৰুৱাই ক'লে, 'ময়ো হেড্ কোৱাৰ্টাৰত নাছিলোঁ। টুৰত গৈছিলোঁ। কালিহে আহিছোঁ। আজি গধূলিকৈ আমাৰ তাতে ভাত খাব। কথা-বতৰা হ'ম। আজি শহুৰৰপৰা টেলিগ্ৰাম পাইছোঁ, জিনুকো পঠিয়াই দিব লাগে।' দীপিকাক নোসোধাকৈ বৃকোদৰক হঠাতে ভাত খাবলৈ মাতি থৈ অহা বাবে দীপিকাই অসন্তুষ্টি প্ৰকাশ কৰিছিল যদিও অৱস্থাই বহুতো কথা মানি লবলৈ বাধ্য কৰে। দীপিকায়ো বৃকোদৰক যথা সময়ত অভ্যৰ্থনা জনালে। পাছদিনা বৃকোদৰ বৰুৱাৰ লগতে জিনুকো পঠিয়াই দিয়াটো খাটাং হ'ল। জিনু সন্মত হ'ল। কিৰণ বৰুৱাই বাছ ষ্টেণ্ডলৈ আহি জিনুক তুলি দিলে আৰু লগতে বৰুৱাক ক'লে, 'বৰুৱা, ল'ৰা এটা চাব দেই। অহা বহাগতে এইক বিয়া দিব লাগে। চিঠি দিব।' বাছ চলি গ'ল।

কিৰণ বৰুৱাৰ শহুৰেকৰ ঘৰ শিৱসাগৰত। বৃকোদৰ বৰুৱা বাছৰপৰা নামি জিনুক বিদায় দিলে। জিনুৱে কৃতজ্ঞতা আৰু সহৃদয়তাৰ খাতিৰতে ক'লে, 'আমাৰ ঘৰ বাছষ্টেণ্ডৰ পৰা বেছি দূৰৈত নহয়, একাপ চাহ খাই আহিব পাৰিব। দেউতাই বৰ ভাল পাব। আপোনাৰ গল্প-কবিতা পঢ়িছে। নামেৰে আপোনাক চিনি পায়েই, মানুহজন লগ পালে বৰ ভাল পাব। বৃকোদৰ



জিনুৰ লগতে গৈ ভগীৰথ বৰাৰ ঘৰত উপস্থিত হ'ল। জিনুৱে অচিনাকি ডেকা এজন লগত লৈ হঠাৎ ঘৰ ওলোৱাত মাক-দেউতাক আচৰিত হ'ল। চকুৱে-মুখে ফুটি উঠা আশ্চৰ্য্য, বিস্ময়, আৰু সন্দেহৰ চাৰনিৰ শাম কটাবলৈ দেউতাকক উদ্দেশ্য কৰি ক'লে, 'দেউতা, এখেত বৃকোদৰ বৰুৱা, সাহিত্যিক। ভিনিদেউৰ বন্ধু। এখেত আমি যাবৰ দিনাই একেলগে চৰকাৰী কামত তেজুলৈ গৈছিল। আপোনাৰ টেলিগ্ৰাম পাই ভিনদেৱে এখেতৰ লগতে মোক পঠাই দিলে। মিনিষ্টাৰ আহিব, ভিনিদেৱে ষ্টেশ্যন লিভ্ কৰিব নোৱাৰে।' বৃকোদৰ বৰুৱাই অতি ভদ্ৰভাৱে নমস্কাৰ জনাই ক'লে, 'বৰুৱাই ক'লে, জিনুক আপোনাৰ লগতে পঠাই দিম। মোৰ লগত মানে, ময়ো লগতহে আহিছোঁ।'

ভগীৰথ বৰুৱাৰ বয়স হৈছে। মূৰৰ চুলিৰ এডালতো ক'লা বৰণ নাই। ল'ৰা-ছোৱালী সকলোৰে বিয়া হৈ গ'ল, বাকী আছে জিনু। যিমান সোনকালে জিনুক বিয়া দি বৰা নিজগৰি হ'বৰ ইচ্ছা। যাবৰ সময়ত ভিনিহিয়েকক কৈ পঠাইছে, 'লৰা এটা চাবা। জিনুকো দিব লাগে।' বৃকোদৰ বৰুৱাই জিনুক এচ্ কৰ্ট কৰি দুশ মাইল বাট লৈ অহাৰ অন্তৰালত একো উদ্দেশ্য নাইনে? সন্দেহ হ'বৰে কথা। সৰু ন-বৌৱেকে হাঁহি হাঁহি ক'লে, 'ক'ত পালা? তুমি দেখোন এজন লগতে লৈয়েই আহিলা। যোৰা, বঢ়িয়া মিলিব। দেউতাই বিয়া দিবলৈ ঠেং দাঙিয়েই আছে।' 'ধেৎ, ন-বৌৱে যে কিবোৰ কোৱা।' ন-বৌৱেকে জিনুৰ বাউসীত ঢকা এটা মাৰি আঁতৰি গ'ল।

জিনুক টেলিগ্ৰাম কৰি মাতি অনাৰ কাৰণটো ন-বৌৱেকেই প্ৰথমতে প্ৰকাশ কৰিলে, 'জানা, তোমাক চাবলৈ তেজপুৰৰ পৰা মানুহ এঘৰ অহাৰ কথা। পুতেকে অ'-এন্-জি-চিত চাকৰি কৰে। নাজিৰাত থাকে। তাত আছেহি। এই কেইদিনতে অহাৰ কথা। ইপিনে তুমিও লৈ আহিছা এজন।' 'কোনো মৰে হাড়ে হাড়ে

কোনো মৰে মঙহ ভাবে।' চাহ-জলপান খাই বৃকোদৰ বৰুৱা ওলাই গ'ল। কথা-বতৰা পাতি দেউতাক বৰ সন্তুষ্ট হ'ল।

তেজপুৰীয়া বুঢ়া-বুঢ়ী আহি জিনুক চাই গ'লহি। বুঢ়ী প্ৰকৃততে বুঢ়ী নহয়, গাভৰুৱেই হৈ আছে। পুতেকে ভাল চাকৰি কৰে বুলি বুঢ়ীৰ মনত দৃঢ় ধাৰণা উপজিছে। তদুপৰি পুতেক সম্পৰ্কে মাকৰ ধাৰণা অতি উচ্চ। লাপিলুপা, সাধাৰণ চেহেৰা-পাতিৰ ছোৱালী বুঢ়ীয়ে বোৱাৰী বুলি আনিবলৈ ভাল নেপায়। বুঢ়ীৰ মতে শকত-আৱত, বগা-চগা, স্মাৰ্ট, পঢ়া-শুনা ছোৱালী লাগে। তেনেকুৱা বোৱাৰীয়ে শাহুৱেকক নাকনি-কাননি কৰিলেও সহ্য কৰিবলৈ প্ৰস্তুত। মুঠতে মেমৰদৰে ছাল বগা, বব্-চব্ কটা মিনি-মেক্সি পিন্ধা ছোৱালী লাগে। বুঢ়ীয়ে জিনুক পছন্দ নকৰিলে। ছালখন বগা নহয়। বুঢ়াৰ পছন্দ হৈছিল। বুঢ়ীয়ে বুঢ়াৰ মনোনয়ন নাকচ কৰি নেতিবাচক উত্তৰ দিলে। জিনুৰ দেখা দিবলৈ সমূলি ইচ্ছা নাছিল কিন্তু এই পৰিস্থিতিটো ইমান আচম্বিতে সৃষ্টি হ'ল যে, টলকিবই নোৱাৰিলে। ভগীৰথ বৰাই মনত দুখ পালে। তেওঁৰ ছোৱালী এনেকৈ অৱজ্ঞা কৰিবৰ পাত্ৰ নহয়। জিনু বগা নহয় সচাঁ, তাইৰ গাৰ বৰণ ক'লাও নহয়; স্নিগ্ধ মিঠা।

জিনু সচকিত হৈ উঠিল। তেজপুৰীয়া বুঢ়ীয়ে পছন্দ নকৰিলে। পছন্দ কৰা হ'লে, দুদিন পাছতে তাই সেই বুঢ়ীৰ বোৱাৰীয়েক হৈ শাহুৰী খাটিবলৈ যাব লাগিলেহেঁতেন। তাই নিজকে নিজে কিছুমান প্ৰশ্ন সুধিলে, সম্ভাব্য উত্তৰো প্ৰস্তুত কৰিলে কিন্তু হৃদয়ৰ নিভৃত কোণত অনুষ্টুপীয়াকৈ হ'লেও থুপ খাই থকা অকৃত্ৰিম ভালপোৱা এধানমানৰো অস্তিত্ব অনুভৱ কৰিলে। আৰু অনুভৱ কৰিলে যেন অতি, অতি সংগোপনে কেতিয়াবা ক'ৰবাত সংকল্প কৰিছিল, কেতিয়াবা যদি যুৱীয়া জীৱনৰ পাতনি তৰে, তেনেহলে তেওঁৰ লগতহে—আনৰ লগত নহয়। আজিকালি কলেজ-বিশ্ববিদ্যালয়ত পঢ়া ছোৱালীয়ে এনেকৈয়ে সংকল্প লয়, কিন্তু জীৱন



বাটৰ কেঁকুৰিটো ঘূৰিলেই, পাহৰি যায়; হয়তো মনত থাকে, কিন্তু সেই পলসুৱা পথাৰখন চন্ পৰিবলৈ এৰি দি নতুন মনৰ অচিনাকি পথাৰৰ লখিমী ৰোৱনী হৈ ঘৰ গৰকেগৈ। হয়তো বিয়াৰ দিনা সেই এৰি থৈ অহা মনটোৰ, মানুহজনৰ, ছবিটোৰে, কথাবোৰে, স্মৃতিবোৰে আমনি কৰে; কিন্তু নতুন মনটোৰ নিবিড় ৰহস্যই সকলো তল পেলায়। জিনুৰ মনতো সংঘাত সৃষ্টি হ'ল। জীৱনত পোন প্ৰথমবাৰৰ বাবে লগ পোৱা সেই সুস্থ-সৰল, সুন্দৰ-সুঠাম উপাৰ্জনশীল ডেকাজনে প্ৰথম দিনাই মনত মধুৰ স্মৃতি আঁকি দিলে, তাক জিনুৱে কাহানিও পাহৰিব নোৱাৰে। কিন্তু সেই কথা কাৰো আগত কোৱা নাই, কোনেও নেজানে।

কিৰণ বৰুৱাৰ ভায়েক হিৰণ অৰ্থাৎ হিৰণ্য বৰুৱা। কিৰণ বৰুৱাৰ বিয়াৰ পাছত জিনুৱে হিৰণ্যক লগ পাইছিল। মাত্ৰ এদিনৰ বাবে। প্ৰথম দৰ্শনতে জিনু আৰু হিৰণ্য থৰ হৈ ৰৈ গৈছিল। কালিদাসৰ 'অয়ি লব্ধ মে নেত্ৰ নিৰ্বাণম্' কথাষাৰ সাৰ্থক হৈছিল। দুয়োৰে কথা-বতৰা, মনৰ মিল দেখি বাকীবোৰ মানুহো আচৰিত হৈছিল। পাছদিনা যাবৰ সময়ত হিৰণ্যৰ কোঠাত সোমাই মাত লগাবলৈ যাওঁতে হিৰণ্যই জিনুৰ বাউসীত ধৰি সৰুকৈ চুমা এটা খাই কৈছিল, 'পাহৰি নেযাবা।' হিৰণ্যৰ ওচৰত মনে-প্ৰাণে সপি দি জিনু গধুৰ মনেৰে ওলাই আহিছিল। এই স্মৃতি, এই আত্ম-সমৰ্পণৰ কথা জিনুৱে আজিও পাহৰা নাই; পাহৰিব পৰা নাই। কিয় জানো, হঠাতে আৰু ইমান ক্ষিপ্ৰতাৰে এনে হৈ গ'ল, জিনুৱে টলকিবই নোৱাৰিলে।

হিৰণ্যৰ জিনুক বিয়া কৰাবৰ ইচ্ছা। ধেমালিৰ চলেৰে ন-বৌৱেকৰ আগত কথাটো উনুকিয়াইছিল। দীপিকাৰ আপত্তি নাই। ভালেই, হিৰণ্য উপযুক্ত ডেকা। ক'ৰবাৰ অচিনাকি এজনীৰ লগত যা-যুৰলি হোৱাতকৈ, ঘৰতে থকাই ভাল। দীপিকাই বৰ উচ্ছ্বসিত যেন নেদেখুৱালেও পেটে পেটে তাকেই আশা

কৰিছিল। সকৰেপৰাই সিহঁত দুজনীৰ বৰ মিল। মাকেও হিৰণ্যৰ মনোভাৱ বুজি পাইছিল। মাকৰ কিন্তু ইচ্ছা নাই। দীপিকাই শাহুৱেকক সিমান সমীহকৈ নচলে আৰু পুৰণি নিয়ম-কাৰণবোৰ মানিবলৈ টান পায়। পুৰণা ধৰণৰ নিয়ম-কাৰণৰ হেঁচা খাই, দীপিকাই ঘৰত নেথাকি কষ্টে-মষ্টে কিৰণ বৰুৱাৰ চাকৰিৰ লগে লগে ফুৰিবলৈ লৈছে। শাহু-বোৱাৰীৰ মাজত ক'ৰবাত এধানমান কেণা আছে। সেইবাবে বুঢ়ীয়ে কয়, কি আলু গাঁততে আলু ৰুবা? মিতিৰ এবৰ বাঢ়িব লাগে। বুঢ়ীৰ এই মনোভাৱৰ কথা দীপিকাই সম্পূৰ্ণকৈ নেজানে। জিনুৱে সুবিধা পালেই ভিনিয়েকৰ ঘৰলৈ আহি নিজৰ ঘৰবদৰে কাম-বন কৰে, ফূৰ্ত্তি-ফাৰ্ত্তা কৰি থাকে। হিৰণ্য ভালেমান দিন ঘৰলৈ অহা নাই। জিনুলৈ চিঠি দিয়ে; জিনুৱেও চিঠি দিয়ে।

তেজপুৰীয়া বুঢ়া-বুঢ়ীয়ে জিনুক ভাল নেদেখাৰ কথা জানি ভগীৰথ বৰাই বৃকোদৰ বৰুৱাকে এবাৰ সুধি চাবলৈ খাটাং কৰিলে। বৃকোদৰ বৰুৱালৈ পোনপটীয়াকৈ প্ৰস্তাৱ নিদি তেওঁৰ সম্পৰ্কীয় এজনক কথাটো জনালে। সম্পৰ্কীয়জনে একে আষাৰেই ক'লে, 'এহ্ সেইটোৰ কথা কি ক'ব? কিমান বিয়া পাতিছে, কিমান বিয়া ভাঙিছে, তাৰ হিচাপ নাই। মানুহটোৰ সকলো আছে,—বিদ্যা, বুদ্ধি, চাকৰি-বাকৰি। কিন্তু বিয়াখন নহয়।' ভগীৰথ বৰাই ক'লে, 'এইবোৰ কপালৰ কথা। কপালৰ খণ্ডন কোনে গুচাব? কোনো কালেকো নৈ নাথাকে। যাৰ, যেতিয়া য'ত হ'ব লাগে, হবই।' তেওঁ আমাৰ ঘৰলৈ এবাৰ আহিছেও। ছোৱালীজনীও দেখিছে. গতিকে সুধি চাওকচোন। ছোৱালী যেতিয়া দিবই লাগিব, এবাৰ যাচিলে কি দোষ? বিয়া কিবা জোৰকৈ পতা বস্তুনে?'

বৃকোদৰক যথাসময়ত সোধা হ'ল। জিনুৰ নিচিনা ছোৱালী এজনী পালে বৃকোদৰ সেও হৈ থকা পুৰুষ নহয়। বৃকোদৰে কথা দিলে। ভগীৰথ বৰা উৎসাহিত হৈ উঠিল। বাতৰিটো জীয়েক-জোঁৱায়েকলৈ পঠোৱা হ'ল। কিৰণ বৰুৱাই কোনো মন্তব্য নিদিলে। দেউতাকে নিৰ্বাচন কৰা ভাবী-জোঁৱাই। তেওঁৰ মাতিবলৈ কি আছে? দীপিকাই খবৰ পায়েই বিচলিত হৈ উঠিল। তৎক্ষণাত দেউতাকলৈ চিঠি দিলে, বন্দোৱস্ত খাটাং কৰিব নেলাগে। তাতোকৈ ভাল ল'ৰা এজন ওলাইছে। বৰ ভাগ্যবান ল'ৰা। জীয়েকৰ চিঠি পাই ভগীৰথ বৰা হতভম্ব হ'ল। কথা দিয়া হৈ গ'ল। 'হাতীৰ দাঁত এবাৰহে ওলায়। হেঁচুকিলে জানো সোমায়? 'পুৰুষস্য ভাগ্যং দেৱাঃ ন জানন্তি'– কোন, কেতিয়া ভাগ্যবান হৈ উঠে, কোনে জানে?' ভগীৰথ বৰাই এটা দীঘল হুমুনিয়াহ কাঢ়িলে।

বিয়াৰ সন্মতি দিয়াৰ পাছত বৃকোদৰ নিজে এবাৰ ভগীৰথ বৰাৰ ঘৰলৈ যোৱাটো খাটাং কৰিলে। চৰকাৰী কামত শিৱসাগৰলৈ অহা বুলি কৈ বৃকোদৰ ভগীৰথ বৰাৰ ঘৰত ওলালগৈ। মাক-দেউতাকে ভাবী জোঁৱায়েকক বেছ আদৰ-সাদৰ কৰিলে। বন্ধত আহি জিনু ঘৰতে আছিল। ভদ্ৰভাৱে দুআষাৰ কথা-বতৰা পাতিলে যদিও মনটো মুকলি মুকলি যেন নেলাগিল। আবেলিৰ চাহ-জলপান খাই বৃকোদৰ বৰুৱা উলটি গ'ল। তেজুৰপৰা আহোঁতে যিজনী জিনুক বৃকোদৰে লগ পাইছিল, সেইজনী জিনু যেন বহুত সলনি হৈ গৈছে, বহুত ক্ষীণাইছে। বৰা-বৰানীয়ে কিন্তু নঙলামুখলৈকে আগবঢ়াই থৈ আহিল।

অহা ফাগুণতে সুবিধা-অসুবিধা চাই দিন-বাৰ খাটাং হ'ব। জিনু বৃকোদৰৰ জীৱন-লগৰী হৈ নতুন সংসাৰ পাতিব। দেউতাকে অয়-অলঙ্কাৰৰ বাবে সোণ যোগাৰ কৰিছে। যাৱতীয় যৌতুকীয়া বস্তুৰ হিচাপ কৰিছে। কথাটো সঞ্চালনি হোৱা নাই যদিও দুই-একে জানিছে। ভগীৰথ বৰাৰ ছজনী ছোৱালী। এজনী এজনীকৈ সকলো ভাল দৰালৈকে দিলে। এজনী আছিল, পঢ়ি থাকোঁতেই

তাইৰো বিয়া বন্দোৱস্ত হ'ল। বৃকোদৰৰ অলপ বয়স হৈছে, কিন্তু গুণত আগবঢ়া। একো বেয়া যোৱা হোৱা নাই। জিনুৰ গাৰ বৰণ অলপ মিঠা। ঘৰ সলনি হ'লে, নতুন পানী পালে গাৰ বৰণ সলনিও হ'ব পাৰে।

জিনুৱে হিৰণ্যলৈ চিঠি দিলে, 'তুমি যে............আঁকি দিছিলা, তাৰ মধুৰ স্মৃতি এতিয়াও মাৰ যোৱা নাই। গভীৰ আশাৰে বাট চাই আছোঁ। মোৰ বিয়া পাতিছে। তুমি মোৰ মৰমৰ ধাৰ নেখাবা। তোমাৰ ওপৰতে সকলো।............।

হিৰণ্যই পোনপটীয়াকৈ বৃকোদৰ বৰুৱালৈ চিঠি দিলে, 'জিনু আৰু মোৰ বিয়া হৈ গৈছে, কাহানিবাই। যোৱা পাঁচ বছৰ ধৰি মই জিনুক ভাল পাই আহিছোঁ; জিনুৱে মোকেই জীৱনৰ চিৰ লগৰীয়া বুলি সাৱটি লৈছে। জিনুৰ সন্মতি নোহোৱাকৈ বিয়া হৈ গলে, তেওঁ কাহানিও সুখী হ'ব নোৱাৰিব। চকুৰপানীৰে ধুই ফুলশয্যা ৰচনা কৰাতকৈ বেদনাৰ, ব্যথাৰ কিবা কথা থাকিব পাৰেনে? তাকে চাই আপুনি ব্যৱস্থা ল'লে ভাল পাম। মোৰ আগমণ্ডহ চাই কামোৰ নেমাৰিব।..........।' এখন দীঘলীয়া চিঠি। বৃকোদৰ বৰুৱাৰ নিজৰ গল্প-কবিতাৰপৰাই উদ্ধৃতি দি হিৰণ্যই চিঠিখন লিখি বৃকোদৰক জব্দ কৰিছিল। অৱশেষত বৃকোদৰে জিনুক হিৰণ্যৰ অৰণ্যতে এৰি থৈ আহিল। বিয়া ভাগিল। ভগীৰথ বৰাৰ বাৰ্দ্ধক্যই পৰশা বুকুত বেদনাৰ বানপানী উঠিল। কিন্তু কি হ'ব? পৰিণতি যিয়েই নহওক, যৌৱনে পৰশা গাভৰু মনে কাকো জনাই, কাৰো অনুমতি লৈ মৰম বিলাবলৈ বাট চাই নাথাকে। এৰা, এনেকুৱা বাউলী বতাহেই পিছত জীৱনত আউল লগায়।

হিৰণ্যই এতিয়াই বিয়া পাতিব নোৱাৰে। মাকে এষৰীয়াকৈ কৈ দিলে, 'জিনুক বোৱাৰী কৰি আনি হিৰণ্য ঘৰ সোমাব নোৱাৰো। দীপিকাৰ ওপৰত পুঞ্জীভূত হৈ থকা অৱদমিত খং-ক্ষোভে পূৰ্ণ ৰূপ লৈ জিনুক ধ্বংস কৰিবলৈ ওলাল। বনপোৰা জুয়ে এফালৰপৰা



সকলো দহি নিয়াদি জিনুৰ অন্তৰ দহি নিলে। হিৰণ্য মূক-বধিৰ প্ৰস্তৰ মূৰ্ত্তিৰ দৰে নিশ্চল হৈ থাকিল।

কেইবাটাও বসন্ত, বহুতো বিয়াৰ বতৰ পাৰ হৈ গ'ল। যৌৱন আৰু সৌন্দৰ্য্যৰ উন্মাদনার্ত অপ্সৰা উৰ্বশীয়ে পুৰূৰৱাক অৱহেলা কৰি, ইন্দ্ৰৰ অভিশাপত পৃথিৱীত দিন কটাবলগীয়া হওঁতে পুৰূৰৱাকেই প্ৰেম নিবেদন কৰি ব্যথিত হ'বলগীয়া হৈছিল। জিনুৰ ওঠৰ হাঁহি হেৰাই গৈছে, পলৰীয়া যৌৱন পিছ চুৱাৰেদি পলাই যাবলৈ ক্ষণ গণি আছে, কিন্তু মনে বিচাৰি ফুৰা মনটো দিনক দিনে আঁতৰি গৈ আছে। এদিন অতি অপ্ৰত্যাশিতভাৱে ওচৰ চাপি আহিছিল এটি অঘৰী মন আৰু জিনুৱে ভাবিছিল সেই মন বন্দী হৈ ৰ'ব—চিৰকাল। কিন্তু সকলো উলট-পালট হৈ গ'ল। বৃকোদৰো আঁতৰি গ'ল।

ভগীৰথ বৰাৰ মৃত্যু হ'ল। পাঁচোটা ভিনিহিয়েকে নিজৰ নিজৰ ভাগৰ জোখাৰে দৰা বাছি ফুৰোঁতে আকৌ পাঁচোটা বছৰ ঘূৰিবৰ হ'ল। বৃকোদৰ বৰুৱাৰো বিয়া হোৱা নাই। বিয়াৰ খেলত চুচলীয়া চালবৰ সাংঘাতিক। কোলাৰটোও যায়, বোকাৰটোও যায়।

## দুই

বৃকোদৰ বৰুৱাৰ বিয়াখন হৈ যোৱা হ'লেই অলপ অৱকাশ পালোঁহেঁতেন। সময় বাগৰি গৈছে, বয়স বাগৰি গৈছে, তথাপি লগৰী বিচাৰি আমনি লগা নাই। ফাগুন আহে। ফাগুন আহিলেই পলাশ ফুলে; মনটো পলাশৰ ৰঙেৰে উপচি পৰে। চ'ত আহে। চ'ত আহিলেই কমোৱা তুলা উৰে। কমোৱা তুলা দেখি বৃকোদৰ বৰুৱাৰ মনটোও উৰিব খোজে। কিন্তু! ফাগুন যায়, চ'ত পাৰ হয়; বৃকোদৰ বৰুৱাই লগৰীৰ অভাৱত অঘৰী হৈ দিন কটায়। আকাশেদি উৰি যোৱা যুৰীয়া বগ দেখি বৃকোদৰেও লগ বিচাৰে; কিন্তু লগৰ সলনি ঘনে ঘনে ঠগ খায়। ইয়াৰ বাবে দায়ী কোন? এইটো সিদ্ধান্ত কৰিবলৈ হ'লে এটা তদন্ত কমিছন বহুৱাব লাগিব। তদন্ত কমিছনবো দন্ত নাই, প্ৰকৃত দোষীক ধৰা পেলাবলৈ। বৃকোদৰৰ পক্ষৰ মানুহে সদায়েই কন্যা পক্ষৰ গাত দোষ দিয়ে। তেওঁবিলাকৰ মতে বৃকোদৰ পকা মালভোগ কলটোৰদৰে থুলন্তৰ পুৰুষ। কুৰি-পঁচিশৰ বয়সত যিহে টিঁয়হৰ জালি যেন চেহেৰা আছিল, এতিয়াও বয়সে-গৰকা দেহত তাৰ সাক্ষী আছে। নাক, কাণ, চকু এতিয়াও অক্ষত অৱস্থাতেই আছে। কন্যাপক্ষৰ মানুহে বৃকোদৰৰ নামটো শুনি, মানুহটো দেখি, চেহেৰাটো চায়েই বিয়া ভাঙি দিয়ে। লাগে নিজৰ ছোৱালীৰ বুৰঞ্জী কলঙ্কিতই হওক। অৱশ্যে বৃকোদৰো এই বিষয়ত পিছপৰা পুৰুষ নহয়। তেওঁ বিয়া ভাঙিছে; ভঙাইছে আৰু প্ৰজাপতি তুষ্ট নহৈ ৰুষ্ট হোৱা বাবে বিয়া ভাগিছে। যিখন পৃথিবীত মানুহে চাৰিকুৰি বছৰ বয়সতো



বিয়া পাতে; তাত দুকুৰি বছৰ কি কথা? বৃকোদৰৰ জীৱনে এই মাত্ৰ দুকুৰিৰ ডেউনা ডেও দিবলৈ কেইখোজমান পিছ হুঁহকি লৈছে। কন্যাপক্ষৰ পাৱাৰ আছে গুণে বিয়া ভাঙে; বৃকোদৰৰ পাৱাৰ আছে দেখি বৃকোদৰেও বিয়া ভাঙে।

এটা ৰেলৰে লেভেল্ ক্ৰছিঙত এটা গেটমেন আছিল। কিবা কথাত কাজিয়া লাগোঁতে ঘৈণীয়েকে ক'লে, 'তুমিনো কিমানৰ মানুহ? মিছাতে বৰ কথা কৈ থাকা কিয়?' গেটমেনে ক'লে, 'মোৰ বহুত পাৱাৰ আছে বুজিছা। মেইল ট্ৰেইন এই ষ্টেশ্যনত নৰয়। ষ্টেশ্যন মাষ্টৰেও ৰখাব নোৱাৰে কিন্তু মই ৰখাই দিব পাৰোঁ। তুমি মোক কি বুলি ভাবিছা?' গেটমেনৰ ডাঙ্কোপ মৰা কথা শুনি ঘৈণীয়েকে ক'লে, এদিন মেইল ট্ৰেইন ৰাখি তোমাৰ পাৱাৰ দেখুৱাবাচোন।' পাছদিনা যথা সময়ত গেটমেন হাতত ৰঙা পতাকা লৈ লাইনৰ কাষত থিয় হৈ ৰেড্ ছিগ্নেল দিলে। তীব্ৰ বেগত আহি থকা মেইল ট্ৰেইন গেটৰ ওচৰত দীঘলীয়া হুইছেল মাৰি ৰৈ গ'ল। ঘৈণীয়েকে চকুৰ আগতে গেটমেনৰ পাৱাৰ দেখা পালে। ইঞ্জিনৰপৰা ড্ৰাইভাৰ নামি আহি গেটমেনক প্ৰশ্ন কৰিলে, 'কি হ'ল। কিয় গাড়ী ৰখালি?' গেটমেনে বুকু ফিন্দাই উত্তৰ দিলে, 'মোৰ পাৱাৰ দেখুৱাবলৈ।' ড্ৰাইভাৰৰ খং উঠিল আৰু গেটমেনৰ দুগালত দুটা কাণতলীয়া চৰ সোধাই পুনৰ গাড়ী লৈ গুচি গ'ল। ঘৈণীয়েকে ঘটনাটো চাই আছিল। গাড়ী যোৱাৰ পাছত গেটমেনে ক'লে, 'চোৱাঁ, মোৰ পাৱাৰ কিমান? ষ্টেশ্যনত নোৰোৱা মেইল ট্ৰেইন মই মোৰ গেটৰ ওচৰত ৰখাই দিলোঁ।' ঘৈণীয়েকে ক'লে, 'তোমাৰ যদি পাৱাৰেই আছিল, ড্ৰাইভাৰটোৰে চৰ দুটা মাৰি থৈ গ'ল কিয়?' গেটমেনে উত্তৰ দিলে, 'মোৰ পাৱাৰ আছে, মই দেখুৱালোঁ, তাৰ পাৱাৰ আছে সি দেখুৱালে। দুখ পাবলৈ কিটো আছে।' বৃকোদৰ বৰুৱাৰ পাৱাৰ আছে, তেওঁ বিয়া ভাঙে; কন্যাঘৰৰ পাৱাৰ আছে, তেওঁবিলাকেও বিয়া ভাঙে।

কহয় মাধৱ দাসে ; পাৱাবে পাৱাবে আছে। যাৰ পাৱাৰ যিমান ; তাৰ বিয়াৰ দামো সিমান।

একেটা আলিৰ কাষতে মুখামুখিকৈ দুই ককাই-ভাইৰ ঘৰ। দীননাথ আৰু মীননাথ। সৰুতে দুয়ো ককাই-ভায়েকৰ বৰ মিল আছিল। দীননাথৰ বিয়াৰ পাছতো কেইবাবছৰো ভায়েক মীননাথে মিলেৰেই দিন কটাইছিল ; কিন্তু মীননাথৰ বিয়াৰ লগে লগেই কল্কি অৱতাৰে দেখা দিলে। দুই ককাই-ভাইৰ মাজত প্ৰথমতে কথা-বতৰা কমি আহিল আৰু এদিন মীননাথে ককায়েকক কৈ স্থকীয়াকৈ চৰু জুৰিলে। দীননাথ আৰু মীননাথে প্ৰকৃততে কাহানিও কাজিয়া লগা নাই। মীননাথৰ ঘৈণীয়েক তাপসী আহি ঘৰ সোমোৱাৰ দিনাই প্ৰকৃততে কল্কি অৱতাৰে ভূমুকি মাৰিলে। কিয়, নিজেও ক'ব নোৱাৰে। দীননাথৰ ঘৈণীয়েক শ্যামলীক তাপসীয়ে চকু পাৰি দেখিব নোৱাৰিছিল। এই দেখিব নোৱৰা স্বভাৱটো বছৰ বাঢ়ি যোৱাৰ লগে লগে বাঢ়ি গৈছিল আৰু পাছলৈ ল'ৰা-ছোৱালীবোৰৰ গাতো তেজৰ দোষ ঘটিছিল। তাপসীৰ একমাত্ৰ তপস্যা আছিল কেনেকৈ শ্যামলীক পাছ পেলাই যাব পাৰি। বিয়া হোৱা বহুত দিন হ'ল। ল'ৰা-ছোৱালী ডেকা-গাভৰু হ'ল। দীননাথৰ ল'ৰা এটা, ছোৱালী দুজনী। মীননাথৰ ল'ৰা দুটা, ছোৱালী দুজনী। দুয়োটা পৰিয়ালৰ মাজত হিংসা, ঈৰ্ষা, প্ৰতিদ্বন্দ্বিতা আৰু পৰশ্ৰীকাতৰতা পাতাললৈকে শিপাইছিল। দীননাথৰ ল'ৰাটো ডাঙৰ। ছোৱালী দুজনী সৰু। মীননাথৰ ছোৱালী দুজনী ডাঙৰ, ল'ৰা দুটা সৰু। ল'ৰা দুটাৰ নাম প্ৰাণনাথ আৰু প্ৰিয়নাথ। ছোৱালী দুজনীৰ নাম হৰিপ্ৰিয়া আৰু ত্ৰৈলোক্যপ্ৰিয়া।

মীননাথৰ চাৰিটা মুদ্ৰাদোষ আছিল। প্ৰথমটো, কথাৰ মাজত সুবিধা পালেই 'আমাৰ কায়স্থ মানুহৰ' বুলি উন্নুকিয়াবলৈ নেপাহৰিছিল। দ্বিতীয়টো, কথাৰ সুৰুঙাই প্ৰতি গেজেটেড্ অফিচাৰ বুলি ৰেফাৰেন্স দিছিল। তৃতীয়টো, কথা পাতকেই বা নেপাতকেই, মাজে মাজে নাকেৰে তিনিবাৰ তিনিবাৰ ফোঁচ ফোঁচকৈ শব্দ কৰিছিল। এই তিনিওটা মুদ্ৰাদোষৰ প্ৰতিটোৰে একোটাকৈ বুৰঞ্জী আছিল। মীননাথৰ পূৰ্ব পুৰুষ গাঁৱৰ মানুহ। দেউতাক কৃপানাথ সিটো শতিকাৰ শেহ দশকত নগৰলৈ উঠি আহিছিল। যিখন গাৱঁৰ মানুহ বুলি চিনাকি দিছিল, সেই গাওঁখনত এতিয়াও কোচ-কেওট মানুহৰ বসতি। কৃপানাথে নগৰলৈ আহি কলিতা পৰন্তু বৰ-কলিতা আৰু পাছলৈ কাথ-কলিতা বুলি চলাই দিছিল। যোৱা মহাযুদ্ধৰ সময়ত মিলিটাৰী ঠিকা কৰি ধনে-ধানে নদন-বদন হৈ উঠাৰ পাছত মীননাথ জাতে-পাতে কায়স্থ হৈ উঠিল। তেতিয়াৰে পৰা কথাৰ মাজত কিবা এটা সুবিধা উলিয়াই 'আমাৰ কায়স্থ মানুহৰ' বুলি উন্নুকিয়াই নিজক প্ৰতিষ্ঠা কৰি লয়। তেতিয়াৰ পৰাই আগৰ বৰা উপাধিৰ আগত বৰ বহি বৰবৰা হ'লে। ভাৰতে স্বাধীনতা পোৱাৰ আগতে যদিও ৰজাঘৰৰ লগত গাত গা লগাই ধন ঘটিছিল, স্বাধীনতা পোৱাৰ পাছত চৰকাৰী চাকৰিত সোমাইছিল। তাৰে পেন্সন পোৱাৰ তিনি বছৰৰ আগতে গেজেটেড্ ৰেঙ্ক পাইছিল। সেইবাবে তেওঁ গেজেটেড্ অফিচাৰ বুলি নিজকে চিনাকি দি ভাল পাইছিল। তেওঁৰ ঘৰৰ নাম-ফলিখনৰ তলত গেজেটেড্ শব্দটো লিখি থৈছিল। ইয়াৰ পৰিণতি স্বৰূপে তেওঁৰ আন এটা উন্নাসিকতাই পীড়া কৰিছিল, সেইটো হ'ল তেওঁৰ ছোৱালী গেজেটেড্ অফিচাৰৰ পুতেকলৈহে বিয়া দিব, সিও গেজেটেড্ অফিচাৰ হব লাগিব। আনপিনে গেজেটেড্ অফিচাৰৰ ছোৱালী নেপালে পুতেকহঁতলৈয়ো বিয়া নকৰায়। গেজেটেড্ অফিচাৰ হ'লেও তেওঁ গধূলি ফুৰিবলৈ ওলাই গৈ মৌচাক নামৰ চাহৰ দোকানখনত চাহ একাপ আৰু চিঙৰা এটা নোখোৱাকৈ থাকিব নোৱাৰিছিল। ইয়াৰ বাবে আঠঅনা পইচা আচুতীয়াকৈ ৰাখিছিল। মীননাথৰ এবাৰ

চাইনোচাইটিচ্ হৈছিল, তেতিয়াৰেপৰা ঘনে ঘনে নাকেৰে তিনিবাৰকৈ ফোঁচ ফোঁচ কৰি থাকে। চতুৰ্থ দোষটো আকৌ অন্য ধৰণৰ। মীননাথে এখন গাড়ী কিনিছিল। চৰকাৰী চাকৰিত থাকোঁতে বাছত ভ্ৰমণ কৰি গাড়ীৰ নম্বৰ দি টি-এ খাইছিল। তাত বাদে বিয়া খাবলৈ, সৰহীয়াকৈ মানুহ গোটখোৱা ঠাইলৈ আৰু গাড়ী-ঘোঁৰা, বন্ধু-বান্ধৱ আৰু মিতিৰৰ ঘৰলৈ অহা-যোৱা কৰিবলৈহে ব্যৱহাৰ কৰিছিল ; বাকী বছৰৰ ৩৬৫ দিনৰ অন্ততঃ ৩০০ দিন গেৰেজত আছিল। বেছিকৈ চলিলে পেট্ৰ'ল পুৰিবই ; তদুপৰি যন্ত্ৰ-পাতি ক্ষয় যাব—এই ধাৰণা। আনপিনে কিন্তু কথাৰ মাজতে কিবা প্ৰকাৰে উলিয়াই কয়, আজিকালি মটৰ-পাৰ্টচৰ দাম বৰ বাঢ়িল। পেট্ৰ'লৰ দামৰ কথাই নাই। গেৰেজত দিছিলোঁ, ইমান-সিমান টকা খৰচ পৰিল। তেওঁ যে গাড়ীৰ মালিক আৰু গাড়ী থকা মানুহৰ যে এক স্বকীয়া মৰ্য্যাদা থকা উচিত, সেই কথা মীননাথে পোনপটীয়াকৈ নকলেও আওপকীয়াকৈ কয়।

দীননাথ আৰু মীননাথ দুয়ো চাকৰি কৰিছিল। চাকৰিৰ দৰমহা সিমান বেছি নহয়, বাহিৰা পইচাহে বেছি। চাকৰিটো যেনিবা মূলধন হিচাপে জমা থৈ বাহিৰা পইচাৰ সুত খাই জীৱিকা নিৰ্বাহ কৰিছিল। ৩১ মাৰ্চৰ সময়ত সদায়েই ধনাধিপতি পোন হৈ কপাল মুকলি কৰিছিল। কোনে, কিমান পইচা পায়, তাৰ কোনো হিচাপ নাছিল ; কিন্তু তাপসী আৰু শ্যামলীৰ মাজত প্ৰতিদ্বন্দ্বিতাৰ শীতল যুদ্ধ আৰম্ভ হৈছিল। এই প্ৰতিদ্বন্দ্বিতাই শীৰ্ষবিন্দু পাইছিলগৈ সাজ-সজ্জাৰ ক্ষেত্ৰত। দুয়োঘৰৰে বাৰান্দাত দুখন দীঘল ইজি বেঞ্চ আছিল। নতুন কাপোৰ এসাজ ললেই আবেলি পিন্ধি-উৰি বাৰান্দাত বহি থাকে। ইজনীয়ে নতুন পিন্ধি দেখুৱালে পাছদিনা সিজনীয়েও এসাজ নতুন কাপোৰ পিন্ধি দেখুৱায়। শ্যামলী আৰু জীয়েকৰ কাপোৰ-কানিবোৰ পৰিপাটি ; ৰং চকুত-লগা। তাপসী আৰু জীয়েকহঁতৰ কাপোৰ-কানিবোৰ



দামী হ'লেও ৰং-ডিজাইনবোৰ কিবা আচহুৱা-আমনিলগা। তাপসী আৰু মীননাথ দুয়ো বাৰেৰে-তেৰেৰে। হিচাপৰ ক্ষেত্ৰত পানী-নসৰকা। কাপোৰ-কানি কিনিবলৈ যাওঁতে ৰং-ডিজাইন পছন্দ হ'লেও মনত দামটোৱে ক্ৰিয়া কৰি থাকে। অৱশেষত ধনৰ হিচাপটোৱে কাপোৰৰ গুণ-গৰিমা তল পেলায়। ফলত বজাৰত অৱহেলিত হৈ থকা আউটডেটেড্ ডিজাইন আহি তাপসীৰ ঘৰ পায়হি। তাপসীৰ জীয়েক দুজনী বৰ শকত ; গলধন পোতখোৱা। ইমান হাতটান মানুহৰ ঘৰত ইহঁত দুজনীয়ে কি খাই শকত হৈছে, শ্যামলীৰ চিন্তাৰ বিষয় হৈ উঠিছে। শেষত থিৰাং কৰিলে যে ভাত সৰহকৈ খাই ভতুৱা গাৰি ধৰিছে। পুতেকহঁতক হাত-খৰছ দিবলৈ টান পায়। এবাৰ ডাঙৰ পুতেকটোৱে চুলি কাটিবলৈ পইচা নিদিয়াৰ দোষত চুলি খুৱাই নাৰিকলৰ কোটোৰাটোৰ দৰে মূৰটো লৈ ঘৰত ওলাইছিলহি। মীননাথৰ হিচাপটো আৰু চৰা। কোনখিনিত চিটি বাছত উঠিলে পাঁচ পইচা কম লয় আৰু কোন-খিনিত নামিলে দহপইচা কম হয়, সেইটো হিচাপ নকৰাকৈ চিটি বাছত নুঠে। বজাৰত দহখন দোকানত নদৰোৱাকৈ তেওঁ একো এপদ বস্তু নিকিনে। মাছ কিনিবৰ বেলিকা বজাৰ ভাগিবলৈ বাট চাই থাকে। দহ বাৰমান দৰাই যেনে কি নহওক দুপইচা কম দি গেলা-পচা যি হয়, তাক কিনে। বজাৰৰপৰা দোকানী মাতি আনি মনে মনে বাৰীৰ আম-কঠাল, কল-কুঁহিয়াৰ বিক্ৰী কৰে। সৰু ল'ৰাই হাত মেলি বগৰীটো, মধুৰিটো খাব খুজিলে কুকুৰ লগাই খেদে। তথাপি তাপসীৰ এটা ক্ষোভ মনত ৰৈ গৈছে, যেন শ্যামলীৰ অৱস্থা আৰু সামাজিক পজিশ্যন কিছু ওপৰত।

বৃকোদৰ বৰুৱা দীননাথ-মীননাথৰ সম্পৰ্কীয়। সম্পৰ্কীয় মানে খুব টানি-টুনি ধৰিলে মাতৃপক্ষৰপৰা ক্ষীণ সূঁতি এটা দেখা যায়। সূঁতিটোত ইতিমধ্যে বালিচৰ পৰিছিল ; তদুপৰি তেজৰ সম্পৰ্ক বিচাৰি উলিওৱা টান হব। বৃকোদৰ বৰুৱা মীননাথহঁতৰ নগৰলৈ

বদলি হৈ আহি ফুৰিবলৈ ঠাই নোহোৱাত পুৰণি সম্পৰ্ক বিচাৰি দীননাথ-মীনাথহঁতৰ ঘৰ ওলালগৈ। আওপুৰণি সম্পৰ্ক গৰকি সম্বন্ধৰ আঁত বিচাৰি উলিওৱা টান দেখি তাপসীক ন-বৌ আৰু মীননাথক দাদা বুলিয়েই সম্বন্ধ ধৰিলে। পোনতে তাপসীক অলপ কঠিন যেন লাগিলেও পাছলৈ অলপ সহজ আৰু কোমল যেন লাগিল। মেকুৰীকণীয়া লুচি দুখনেৰে চাহ খুৱাই পঠালে। মাজে মাজে আহিবলৈ সোঁৱৰাই দিলে। আহিবৰ সময়ত দীননাথৰ ঘৰতো সোমাই আহিল। ঘৰত দীননাথ—শ্যামলী নাছিল। তিলোত্তমাই বৃকোদৰক চিনি নাপায়। বাৰান্দাৰ পৰাই উলটি আহিল। তাপসীয়ে দুৱাৰৰ পৰ্দাখন কিঞ্চিৎ আঁতৰাই বৃকোদৰ ক'লৈ যায়, কি কৰে চাই আছিল। বাৰান্দাৰপৰাই উলটি অহা দেখি স্বস্তিৰ নিশ্বাস পেলালে।

দীননাথৰ ছোৱালী তিলোত্তমা। দীননাথে বুলিছিল তিমি। পাছলৈ তিমি নামটোৱেই বেছি জনাজাত হৈ পৰিছিল। কিন্তু প্ৰাচীন ভাৰতীয় পৌৰাণিক আখ্যানৰ বিশেষ অৰ্থব্যঞ্জক এই নামটো বৃকোদৰ বৰুৱাৰ বাবে অধিক তাৎপৰ্য্যপূৰ্ণ হৈ পৰিছিল। তিলোত্তমা দেখাত গহীন, বৰ গহীন। ধুনীয়া, বৰণ বগা, গঢ়া। গান গায়। যোৱা বছৰ কলেজৰ কণ্ঠ সঙ্গীতৰ প্ৰতিযোগিতাত কেইবাটাও বঁটা পাইছিল। কলেজ মেগাজিনত ছবিও ওলাইছিল। মেগাজিনখন ড্ৰইং ৰুমৰ টেবুলত মানুহে চাবলৈ থৈ দিছিল। চাওঁতে চাওঁতে উৰলি গৈছিল। আৰু দীননাথৰ ঘৰলৈ অহা মানুহ আটায়ে গম পাইছিল যে তিমিৰ ছবি আলোচনীত ছপা হৈছে আৰু সঙ্গীত-প্ৰতিযোগিতাত পুৰস্কাৰ পাইছে। বৃকোদৰ বৰুৱাই গান শিকাবলৈ বৰ ভাল পাইছিল। তাৰে ভিতৰত দেখনিয়াৰ গাভৰু ছোৱালী পালে মন-প্ৰাণ ঢালি দি শিকাইছিল। প্ৰথম দিনা দীননাথহঁতক লগ নেপাই পাছৰ সপ্তাহত আকৌ আহিছিল। সেইদিনাই প্ৰকৃততে তিমিৰ প্ৰথম পাঠ আৰম্ভ



হৈছিল। বৃকোদৰে তিমিক আধুনিক, বনগীত আৰু বিহুগীত কেইবাটাও শিকাই দিছিল আৰু আটাই কেইটা বিষয়তে তিমি প্ৰথম হৈছিল। তেতিয়াৰেপৰা তিমিহঁতৰ ঘৰৰ লগত বৃকোদৰৰ সম্পৰ্ক নিতান্তই ঘনিষ্ঠ হৈ পৰিছিল। এই কথাটো তাপসীয়ে সমূলি সহ্য কৰিব পৰা নাছিল। প্ৰত্যক্ষভাৱে কব নোৱাৰিলেও পৰোক্ষভাৱে এইটো ইঙ্গিত দিছিল যে দীননাথহঁতৰ মানুহ ঘৰ বৰ ভাল নহয়।

তিমি আছিল ৰমেনৰ বন্ধু, অঁ বন্ধুৱেই। পিছলৈ কাকো এৰি কোনো থাকিব নোৱাৰিছিল। ৰমেন আহি তিনিআলিৰ দোকানত বৈ থাকে। সেইখিনিৰপৰা দুয়ো একেলগে যায়। শ্ৰেণীৰপৰা ওলাই আহোঁতে একেলগে ওলায়। একেলগে বহি, এটা মিঠাইকে দুভাগ কৰি হোটেলত চাহ খায়। কলেজৰপৰা আহোঁতে গলিয়ে গলিয়ে ঘূৰি-পকি আহে—অতি মন্থৰ গতিৰে। তিনিআলিৰ মূৰত খন্তেক বৈ কথা পাতি ঘৰাঘৰি যায়। ইমানকৈ কি কথা পাতে, কোনেও হিচাপ উলিয়াব নোৱাৰে। ৰমেন আৰু তিলোত্তমাৰ এই সম্পৰ্ক আটায়ে জানে। ৰমেনে হেনো তিমিক বিয়া কৰাব বুলি প্ৰতিশ্ৰুতি দিছে।

বৃকোদৰ দীননাথৰ ঘৰলৈ ঘনাই আহিবলৈ ধৰিলে। পুৰণি হেৰাই যোৱা সম্পৰ্কৰ ক্ষীণ সূতিটো আকৌ কোবাল হৈ উঠিল। তিমিয়ে বৃকোদৰৰপৰা বহুত গান শিকিলে। তিমি আজিকালি আকাশবাণীৰ নিয়মীয়া শিল্পী। এনেতে এটা ঘটনা ঘটিল। মীননাথৰ জীয়েক হৰিপ্ৰিয়াক বিয়া কৰাবৰ বাবে বৃকোদৰলৈ এটা প্ৰস্তাৱ আহিল। প্ৰস্তাৱটো আছিল এনে ধৰণৰ ঃ বৃকোদৰো শকত হৰিপ্ৰিয়াও শকত। বৰ বঢ়িয়া যোৰ হ'ব। তাপসীৰ মতে বৃকোদৰে হৰিপ্ৰিয়াক ভাৰ্য্যা হিচাপে পালে বৃকোদৰৰ ভাগ্যই। এই কথাটো অতি গোপনীয় বুলি আৰম্ভ কৰিছিল যদিও বৃকোদৰেই পোনতে ভেদ ভাঙি দিলে। শ্যামলীয়ে তাপসীৰ চক্ৰান্তৰ তলা-নলা বুজিবলৈ বাকী নৰ'ল।

তিমি আৰু বৃকোদৰৰ মাজত বয়সৰ ব্যৱধান কুৰিৰ ওচৰা-ওচৰি হ'লেও চকুৰ আগতে হৰিপ্ৰিয়া আৰু বৃকোদৰৰ বিয়া হৈ জোঁৱাই হিচাপে আহ-যাহ কৰাৰ কথাটো কল্পনা কৰি শ্যামলীয়ে সহ্য কৰিব নোৱাৰিলে। কেইবা ৰাতিও চকুলৈ টোপনি নাহিল। অৱশেষত তিমিক ফুচুলাবলৈ আৰম্ভ কৰিলে বৃকোদৰৰ লগত বিয়াত বহিবলৈ সন্মত কৰাবৰ বাবে। প্ৰথমতে ঠেং-ভৰি এচাৰিছিল যদিও তিমিয়ে পিছলৈ সন্মতি দিলে। তিমি ৰূপে-গুণে, বিদ্যাই-বুদ্ধিয়ে হৰিপ্ৰিয়াতকৈ বহুত ভাল। গায়িকা হিচাপে লাহে লাহে প্ৰতিষ্ঠা লাভ কৰিছে। এদিন শ্যামলীয়েই পোনপটীয়াকৈ বৃকোদৰক কলে, আমি কিন্তু এটা ডাঙৰ আশা কৰি আছোঁ। তিমিক···· ····।' বৃকোদৰৰ বুকুখন খন্তেকলৈ কঁপি উঠিল। অনাকাঙ্ক্ষিত বস্তু এটা হাততে পালে মানুহে চক্ খাই উঠাটো স্বাভাৱিক। বৃকোদৰে উত্তৰত ক'লে, 'তিমিৰ জানো সন্মতি আছে।' শ্যামলীয়ে ক'লে, 'আছে।' বৃকোদৰে চকু দুটা বহলকৈ মেলি তেওঁ উত্তৰ দিলে, 'ঠিক আছে।' বৃকোদৰ বৰুৱাৰ বিয়াখন থাওকতে বন্দোবস্ত হৈ গ'ল। এৰা, বিয়া এনেকৈয়ে হয়। সেইদিনাৰপৰা বৃকোদৰ আৰু তিমিৰ কথা-বতৰা, কথন-মথনৰ গঢ় সলনি হ'ল। এই বন্দোবস্ত অতি গোপন আছিল যদিও কেনেবাকৈ সৰকি আহি তাপসীৰ কাণত পৰিল। তাপসীৰ গাত জুই জ্বলিল, মূৰত ঘিউ উতলিবলৈ ধৰিলে। মীননাথৰ সিমান ইচ্ছা নাছিল, কাৰণ, বৃকোদৰ গেজেটেড্ অফিচাৰ নহয়। কিন্তু তাপসীৰ অসহ্য হ'ল।

তাপসী নিষ্ক্ৰিয় হৈ থকা জীৱ নহয়। বৃকোদৰক নিজে লগ ধৰি তিমি আৰু ৰমেনৰ সম্পৰ্ক যে অতি বেয়া তাক বহলাই ক'লে। লগতে অলপ বঢ়াই ক'লে বোলে; 'তিমি ৰমেনৰ লগত পলাই গৈ কেইবা ৰাতিও অহা নাছিল। বৃকোদৰ বৰুৱাই সকলো কথা শুনি গৈছিল আৰু মাজে মাজে 'হয় হয়' বুলি শলাগি গৈছিল। যাবৰ সময়ত বৃকোদৰে মাথোন কৈছিল, 'নবৌ,



কলেজত ডেকা-গাভৰু একেলগে পঢ়ে, দুআষাৰ কথা পাতিবই। ডেকা-গাভৰুৰ মাজত ভালপোৱা নহৈ বুঢ়া-বুঢ়ী প্ৰেমত পৰিবনে। আপুনিও বোলে প্ৰেমত পৰিছিল।' তাপসী উচাট মাৰি উঠি গ'ল কিন্তু ধৈৰ্য্যৰে থাকিব নোৱাৰিলে। ঘৰলৈ আহি থাকোঁতে বাটতে ৰমেনক লগ পালে। ৰমেন ডেকা ল'ৰা। তাক বেছি কথা কৈ উচটাব নেলাগে। তাক মাথোন ক'লে, 'হেৰা ৰমেন! তোমাৰ লগত তিমিৰ বিয়া হব বুলি আশা কৰি আছিলোঁ, এতিয়া শুনিছোঁ, তিমিৰ হেনো বৃকোদৰ বৰুৱাৰ লগতহে বিয়া হ'ব। মাকে কৈছে, 'চাকৰি-বাকৰি নোহোৱা ভেগাবণ্ড্ ডেকাৰ কি মূল্য আছে।' ৰমেনে কথা কেইষাৰ শুনি মুখেৰে একো নক'লে। ঘৰলৈ গুচি গ'ল। তাপসী সিমান সন্তুষ্ট নহ'ল যদিও এনে এটা আশা কৰিছিল যে ৰমেনে নিশ্চয় কিবা এটা অঘটন ঘটাব।

কেইদিনমান পাৰ হৈ গ'ল। বিয়াৰ দিন-বাৰ খাটাং হোৱা নাই যদিও তলে তলে যা-যোগাৰ চলিবলৈ ধৰিলে। ৰমেনে পোনতে তিমিক লগ ধৰি তাৰ প্ৰেম নিবেদন কৰিলে। ইমান দিনে ৰমেনক লৈ সংসাৰ গঢ়াৰ সপোন দেখা তিমিয়ে একে আষাৰে তাক নিৰাশ কৰিব নোৱাৰিলে। কিন্তু 'মই কি কৰিম। তুমি এবাৰ মাক কিবা এটা কোৱানা' বুলি অনুৰোধ কৰিলে। তিমিয়ে যদিও ৰমেনক শান্ত্বনা দি পঠালে, মনে মনে বৃকোদৰ বৰুৱাৰ বুকুৰ মাজত সোমাবলৈকে মন বান্ধিলে। সেইদিনা ৰমেন আৰু তিমিয়ে বহুত কথা পাতিলে। বহুত কথা। ৰমেনে গোটেই কথা-বতৰাখিনি জাৰি-জোকাৰি চাই ইয়াকে মাথোন বুজিলে যে তিমিৰ কোনো আপত্তি নাই। মাক-দেউতাকৰ আদেশ উলাই কৰাৰ সাহস তিমিৰ নাই। গতিকে বৃকোদৰক ভঙ্গাব পাৰিলেই তিমি ৰমেনৰ বুকুৰ মাজত। ৰমেনে দুজনমান বন্ধু-বান্ধৱৰ উপদেশ অনুসৰি ৰমেনৰ লগত তিমিৰ কিমান দিনীয়া

প্ৰেম-ভালপোৱা তাৰ এক ইতিহাস বৰ্ণাই এখন দীঘলীয়া ৰেজিষ্টাৰী চিঠি দিলে। দুখনমান তিমিৰ চিঠিও প্ৰমাণ হিচাপে লগত পঠিয়াই দিলে। এইপাট ব্ৰহ্মাস্ত্ৰ এৰি পঠিওৱাৰ পাছত ৰমেনে ভাবিছিল, ইমানতেই বৃকোদৰ-তিমিৰ বিবাহৰ যৱনিকা পতন ঘটিব। প্ৰকৃততে এইখন চিঠিয়ে বৃকোদৰ বৰুৱাৰ মনত কোনো প্ৰতিক্ৰিয়া সৃষ্টি কৰিব নোৱাৰিলে। বৃকোদৰ অচল-অটল। যা-যোগাৰ আগ বাঢ়ি গ'ল। ৰমেন নিৰুপায় হৈ এইবেলি নিজে গৈ বৃকোদৰ বৰুৱাৰ ঘৰত ওলালগৈ। এটা অচিনাকি ডেকা ল'ৰা উত্তেজিত হৈ সোমাই অহা দেখি বহিবলৈ দিলে। সি ক্ষন্তেকো পলম নকৰি বৃকোদৰ বৰুৱাক উদ্দেশ্য কৰি ক'লে,

—আপুনি জানেনে মই কিয় আহিছোঁ ?

—নেজানো।

—তিমিক মই ভাল পাওঁ। আজি চাৰি বছৰ ধৰি তিমিক মই ভাল পাই আহিছোঁ।

—তাত আপত্তি কি ?

—আপুনি তিমিক বিয়া কৰাব খোজে ?

—খোজোঁ।

—মোৰ তেন্তে ভালপোৱাৰ কোনো মূল্য নাই ?

—আছে। তুমি ভাল পাই থাকা। বেয়া পাবা কিয় ?

—তাৰ মানে আপুনি বিয়া কৰাবই ?

—হেৰা শুনা, তুমি উঠি অহা ডেকা ল'ৰা। তোমাৰ বহুত বয়স আছে। প্ৰেম-প্ৰীতি-প্ৰণয় এইবোৰ বয়সৰ কথা। মোৰ প্ৰেমত পৰিবৰ বয়স নাই। তদুপৰি কলেজীয়া ডেকাৰ প্ৰেম কলেজৰ চাৰিবেৰৰ মাজতে আবদ্ধ। তুমি যদি ভাল পাইছিলা, তিমিক জনাই দিয়া। কি কোৱা ?

ৰমেনে বৃকোদৰৰ মনত বিশেষ একো প্ৰভাৱ পেলাব নোৱাৰি বহাৰপৰা থিয় হৈ উত্তেজিত সুৰত কলে, 'আচ্ছা, ঠিক আছে। কেনেকৈ তিমিক বিয়া কৰাই নিয়ে চাম। গুণ্ডা লগাই পিটাই দিম। ৰমেন ওলাই যোৱাৰ পাছত বৃকোদৰে গোটেই ঘটনাটোৰ আৰম্ভণি আৰু পৰিণতিৰ বিচাৰ বিশ্লেষণ কৰিবলৈ ধৰিলে।



ৰমেন নীৰৱ হৈ থকা নাছিল। বৃকোদৰক এশিকনি দিবলৈ তলে তলে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। কিবা এটা চেলু উলিয়াই বৃকোদৰৰ লগত কাজিয়া কৰি সেই সুযোগতে পিটাই পিঠা কৰি দিব। তাহানি তিলোত্তমাৰ বাবে সুন্দ-উপসুন্দৰ যুদ্ধ হৈ দুয়োটাই নিধন হৈছিল, এতিয়া আধুনিকা তিলোত্তমাৰ বাবে বৃদ্ধ বৃকোদৰ আৰু তৰুণ ৰমেনৰ যুদ্ধ চায় কোনে ? জীৱনৰ আদ বয়সত বিয়া কৰাবলৈ গৈ পৈতৃক প্ৰাণটো দান দিয়ে কেনেকৈ ? বৃকোদৰ বিপাঙত পৰিল। ইয়াৰ পাছতো প্ৰাণৰ ভয় দেখুৱাই লিখা কেইবাখনো চিঠি পালে। বৃকোদৰ অহা-যোৱা কৰা বাটত থিয় হৈ থাকি ৰমেন আৰু তিনিটামান ল'ৰাই 'কেটকল' দিবলৈ ধৰিলে। অৱশেষত বৃকোদৰে পৈতৃক প্ৰাণ ৰক্ষা কৰাটোকে থিৰাং কৰিলে। দীননাথৰ ঘৰলৈ অহা-যোৱা কৰাটো বন্ধ কৰি দিলে।

দীননাথৰ হাতৰপৰা 'আমাৰ কায়স্থ মানুহৰ' ল'ৰাটোও গ'ল আৰু গেজেটেড্ অফিচাৰ জোঁৱাই পোৱাৰ মুদা মৰিল—থাওকতে। পিছে তিমিৰ বিয়া এতিয়াও হোৱা নাই। যোৱা বেলি ফিল্মত নামিছে।

## তিনি

এই চেষ্টাই শেষ চেষ্টা ; কিন্তু অব্যৰ্থ। বিয়া বন্দোৱস্ত কৰিছিল বৃকোদৰ বৰুৱাই নিজে। কিন্তু খাটাং দিন-বাৰ, ক্ষণ-লগন নোহোৱালৈকে কথাটোৰ ফুটকে দিয়া নাছিলে। বৃকোদৰে নিজেই আঙঠি পিন্ধাই থৈ আহিল। তাৰ পাছতহে চা-চুবুৰীয়া মিতিৰ-কুটুমক খবৰ দিলে।

ছোৱালীজনীৰ নাম উৎপলা। বেছ দেখনিয়াৰ। মাতটো বৰ মিঠা। ইমান মিঠা মাত বৃকোদৰে কাহানিও শুনা নাছিল। মাততেই মোহ গ'ল। কথা-বতৰা পাতি বৰ ভাল পালে। সেয়েহে লগে লগে আঙঠি পিন্ধাই থৈ আহিল। কিন্তু কন্যাৰ নাম, দেউতাকৰ ঠিকনা, এইবোৰ গোপন কৰি ৰাখিলে। কাৰণ, স্পষ্ট। ইয়াৰ আগতে বৃকোদৰ বৰুৱাৰ অসংখ্য বিয়া ভাগিছিল, ভঙাইছিল। এইবাৰো কিবা অপচেষ্টা কৰিব পাৰে বুলি বৃকোদৰ বৰুৱাই সকলো কাম হাতত সাৰে ভৰিত সাৰে কৰিছিল।

উৎপলা প্ৰকৃততে এজনী আটকধুনীয়া সৰবগুণী ছোৱালী আছিল। বৃকোদৰ বৰুৱাৰ লগত বিয়া বন্দোৱস্ত হৈছে বুলি শুনি উৎপলাতকৈ বয়সীয়া ছোৱালী দুজনীমানে বিয়াখন ভঙাবলৈ চক্ৰান্ত কৰিছিল। আনপিনে টুটকীয়া বিখ্যাত পাকৈত বন্ধুৱে বৃকোদৰকো বিন্ধিবলৈ বুদ্ধি কৰিছিল। উৎপলাই হেনো বৰ কম কথা কয়। কম কথা কোৱা মানুহৰ পেট পোৱা বৰ টান। কিন্তু এইবেলি শেনৰ এজাত। চেলাপেটী জোকে এৰিলেও বৃকোদৰে নেৰে। সকলো চেষ্টা-অপচেষ্টা ব্যৰ্থ হৈ বৃকোদৰৰ প্ৰচেষ্টা অব্যৰ্থ বুলি প্ৰমাণিত



হ'ল। কাছ আৰু শহাৰ দৌৰত কাছৰেই জয় হ'ল। উৎপলাৰ অলপ বয়স হৈছিল যদিও মুখখন কোমল, লৰামতীয়া আছিল, গতিকে বৃকোদৰে বুঢ়া বয়সত কোমল কন্যা বিয়া কৰাবলৈ লৈছে বুলি বাহিৰত এটা ঢক ফুটিছিল।

বিয়াৰ কথা সদৰি হৈ পৰাৰ লগে লগে খবৰ কৰিবলৈ অহা মানুহৰ সোঁত বৈছিল। তাৰে ভিতৰত উপদেশ দিয়া মানুহৰ সংখ্যাই সৰহ। কোনোৱে জোৰণৰ বয়-বস্তুৰ, কোনোৱে জা-জলপানৰ, কোনোৱে অভ্যৰ্থনাৰ, কোনোৱে গাড়ী-ঘোঁৰাৰ—বিচিত্ৰ পৰামৰ্শ। বৃকোদৰৰ লাই পোৱা বন্ধু দুজনমানে বিয়াৰ পাছৰ যুৰীয়া জীৱনৰ বিষয়েও পৰামৰ্শ দি ৰং চাইছিল। বৃকোদৰ বৰুৱাই সকলো শুনি গৈছিল। এজনে কৈছিল, এনেকৈ ওফাইডাং মাৰি ফুৰা মানুহবোৰেই হেন্‌পেক্‌ড্ হয়। বৰুৱাই কিন্তু কয়, 'যিবোৰ মানুহে ঘৰত ঘৈণীয়েকৰ ভেকাই খাই খাই অতীষ্ঠ হয়, সেইবোৰ মানুহে আনে ঘৈণীয়েকৰ কথা ক'লে শুনিব নোৱাৰে।' গতিকে বৰুৱাই সকলো সহি সহি শেষ দিনটোলৈ বাট চাবলৈ ধৰিলে।

গাখীৰ বন্দোৱস্ত হ'ল। গাড়ী বন্দোৱস্ত হ'ল। জোৰণৰ বস্তু কৰাই থৈছিল। ডিজাইন আউটডেটেদ্ হোৱা অলঙ্কাৰ আৰু কাপোৰ কেইটা নতুনকৈ কৰালে। কাপোৰ-কানি কিনি সকলো ভাগে ভাগে সজাই থলে। উৎপলাই শাৰী পিন্ধে। অৱশ্যে বেছ মাৰ্জিত আৰু পৰিপাটিকৈ। জোৰণত দুখন শাৰীও দিলে—এখন ঈষৎ হালধীয়া আৰু আনখন গুলপীয়া। আগতে বৃকোদৰ বৰুৱাই শাৰী পিন্ধা মানুহ দেখিব নোৱাৰিছিল। দুই-একৰ আগত অসমীয়া সংস্কৃতিৰ বিষয়ে বক্তৃতাও দিছিল কিন্তু নিজৰ বেলিকা দুখন দামী শাৰীও জোৰণত দিলে। ঘৰৰ মাইকী মানুহবোৰে ইজনীয়ে সিজনীৰ চকুলৈ চাই ফিচিঙা-ফিচিং কৰিছিল যদিও মুখ ফুটাই কোনেও একো নক'লে। পিছে আটাইতকৈ

বেছি চাঞ্চল্যকৰ বাতৰি হ'ল যেতিয়া শাহুৱেকৰ বাবেও দামী, ফুলাম শাৰী এখন জোৰণৰ লগতে পঠালে।

বৃকোদৰৰ ভাবী শাহুৱেকৰ যথেষ্ট বয়স হৈছে। মূৰৰ চুলিত পক ধৰিছে কিন্তু বয়সে ভাটিয়ালী গীত গালেও বুঢ়ীৰ সাজ-সজ্জা উজনিমুৱাহে হৈছে। ওখ গোৰোহাৰ জোতা, ফুলাম-ৰঙীন শাৰী, চকুত ছান্-গ্লাছ, ওঠত লিপষ্টিক, মুখত প্ৰসাধন নহলে বাহিৰলৈ এখোজো নোলায়। বৃকোদৰৰ এইবোৰত আপত্তি নাই। কথা-বতৰা বৰ শিল্পীসুলভ। মন পৰশি যোৱাকৈ কথা কব জানে। তাহানিতে ক'-এক্‌টিং কৰিছিল। এতিয়াও কথা-বতৰাত নাটকীয় ষ্টাইল আছে। উৎপলাৰ দৰেই কথা কম কয়। স্বাভাৱিকতে কম কয়নে, প্ৰয়োজনত কম কয়, সেইটো এতিয়াও ধৰিব পৰা নাই। বৃকোদৰ যিদিনা আঙঠি পিন্ধাবলৈ গৈছিল, সেইদিনা উৎপলাৰ মাকে প্ৰতিটো কথাকে জুখি জুখি কোৱাদি কৈছিল। কথা-বতৰা, আদৰ-সাদৰ, *দিয়ন-থোৱনেৰে* মুহি পেলাইছিল। অলপ শকত মানুহ গৰাকী যেতিয়া ৰাজহাঁহৰ খোজেৰে ঘৰখনত ইফাল-সিফাল কৰিছিল, সঁচাকৈয়ে কিবা এক গাম্ভীৰ্য্যৰ পৰশ পৰিছিল। সেইদিনা উৎপলাৰ দেউতাক সহদেৱ হাজৰিকা ঘৰত নাছিল। ভাবী শহুৰেক ঘৰত নথকাত বৃকোদৰৰ বৰ ভাল লগা নাছিল ; কিন্তু ঔ পাৰিবলৈ গৈ মৌ পালে, বাটত কোন বৈ থাকে। মাকে কৈছিল, 'দেউতাক বিশেষ কামত যোৰহাটলৈ গৈছে, গধূলিকৈ ঘূৰি আহিব।'

সহদেৱ হাজৰিকা ইংৰাজৰ দিনতে পুলিচৰ চাকৰিত সোমাইছিল। পেন্সন পোৱা দহ-বাৰ বছৰ হ'ল। চাকৰিত সোমোৱাৰ পাঁচ বছৰমান পাছতে হাজৰিকাই এটা ঢেকীয়াপতীয়া বাঘ মাৰিছিল। বাঘ মাৰিছিল মানে গাৱঁৰ মানুহে জাল পাতি ধৰি, খুঁচি-কাটি আধামৰাকৈ এৰা বাঘ এটা একে গুলীয়ে বধ কৰি বৰ খ্যাতি অৰ্জন কৰিছিল। তেতিয়াৰ ইংৰাজ এছ-পিয়ে হাজৰিকাক এটা হাণ্টিং চুট আৰু এযোৰ হাণ্টিং বুট পুৰস্কাৰ



দিছিল। সেই বস্তু কেইটা এতিয়াও অক্ষত অৱস্থাত আছে। বাঘৰ ছালখন কলিকতাৰপৰা টেনিং কৰাই আনি ড্ৰইংৰুমৰ বেৰত ওলোমাই থৈছে। পেন্সন পোৱাৰ পাছত ল'ৰা-বুঢ়া যাকে পায়, তাৰে আগত সহদেৱ হাজৰিকাৰ বাঘ-চিকাৰৰ কাহিনী বিতংকৈ ক'ৰলৈ নেপাহৰে। কিন্তু কওঁতে এনেকৈ পাতনি তৰে যে মূল ঘটনাটো কোৱাৰ আগতেই শ্ৰোতা অধৈৰ্য্য হৈ পলায়। বৰ্ণনা প্ৰসঙ্গত হাজৰিকাই যেতিয়া বুট আৰু চুটযোৰ আনিবলৈ ভিতৰলৈ উঠি যায়, তেতিয়াই শ্ৰোতা পলায়। দুটামান দুষ্ট ল'ৰা আছে, সিহঁতে হোজা মানুহ পালে ধৰি নি হাজৰিকাক কয়, 'খুৰাদেউ, এখেতে চিকাৰ-কাহিনী শুনি বৰ ভাল পায়। কওকচোন' বুলি হাজৰিকাৰ জালত পেলাই থৈ পলাই-পত্ৰং দিয়ে। ঘৰৰ কাষতে থকা মণ্টু নামৰ ল'ৰাটো অতি অঘাইতং। সি বাটৰ মানুহ ধৰি আনি হাজৰিকাৰ কৱলত পেলাই ৰং চায়। বিয়াখন হৈ গ'লে বৃকোদৰ বৰুৱাই এই চিকাৰ-কাহিনী জীৱনত অনেকবাৰ শুনিবলৈ পাব, গতিকে উৎপলাৰ মাকে হাজৰিকাক বুদ্ধি কৰি যোৰহাটলৈ পঠিয়াই দিলে। ইয়াৰ আগতে দুজন ডেকাই উৎপলাক চাবলৈ আহি সহদেৱ হাজৰিকাৰ বক্তৃতা শুনি এনেকৈ উচপ্ খালে যে, ছোৱালী পছন্দ হৈয়ো কলতল গৰকিবলৈ সাহস নকৰিলে।

বিয়াৰ দিন-বাৰ হৈ যোৱাৰ পাছতো এদিন বৃকোদৰ হাজৰিকাৰ ঘৰলৈ গৈছিল। সেইদিনা উৎপলাৰ মাকে বৃকোদৰক বিয়াৰ আগৰ দীক্ষাখিনি ভালকৈ দিলে। জোৰণত কি কি আনিব লাগিব, কি কি দিব লাগিব, জা-জলপান, মিঠাই-সন্দেশ কিমান নিব লাগিব, গাড়ী কেইখন নিব লাগিব, জোৰণত কেনে ধৰণৰ মানুহ যাব লাগিব, সকলো দিহা-পোহা বিতংকৈ বুজাই দিলে। বৃকোদৰ বৰুৱাই সকলো কথা মনত লৈ গৃহাভিমুখে প্ৰত্যাবৰ্ত্তন কৰিলে।

বৃকোদৰ বৰুৱাই বিয়া পাতিব বুলি টকা-সিকা যি-য'ত গোটাইছিল, আটাইখিনি উদং হ'ল। শাহুৱেকৰ উপদেশ মতে

বাহিৰা ভৰকখিনি দেখুৱাবলৈ যাওঁতে হেজাৰচেৰেক টকা ধাৰ লোৱাটোকে ঠিক হ'ল। উৎপলাৰ মাকৰ কথা হ'ল, চুবুৰীয়াৰ চকুত চাট মাৰি যোৱাকৈ জাকজমকতা কৰিব লাগে, পইচা থকা দৰা পাইছে। কিন্তু লুইতেহে জানে, বঠা কিমানলৈ বহে। বৃকোদৰে একো গম নিদিলে। কাৰণ, উৎপলা সৰবগুণী ছোৱালী।

জোৰণৰ দিনা কন্যাতকৈ কন্যাৰ মাকৰ সাজ-সজ্জাহে একোৰ চৰা হ'ল। পাঁচশটকীয়া পাটৰ বন কৰা কাপোৰ এসাজ পিন্ধি সময়তকৈ আগৰেপৰা সাজু হৈ আছে। জোৰণত গৈছিল, বৃকোদৰ বৰুৱাৰ মাহীয়েক, পেহীয়েক আৰু জিক্‌মিকীয়া সাজ-পাৰ পিন্ধা কেইজনীমান কলেজীয়া ছোৱালী। বৃকোদৰৰ মাক বুঢ়ী, গতিকে জোৰণত নগ'ল। জোৰণ আগবঢ়াই দিলে। কন্যাক জোৰণৰ সাজ পিন্ধোৱা হ'ল। মাহীয়েকেই সেন্দুৰ পিন্ধালে। বৃকোদৰৰ ভাবী শাহুৱেক গহীন-গম্ভীৰ হৈ অনুষ্ঠানৰ কাৰ্য্যসূচীৰ দৰ্শক হৈ থাকিল। দৰাঘৰীয়া মানুহক চাহ-জলপান, খুৱালে। এসময়ত তেওঁবিলাক ঘূৰি গ'ল। পেহীয়েক-মাহীয়েকৰ লগত উৎপলাৰ মাকে কথা এষাৰো নেপাতিলে। পৰিস্থিতি বুজি উৎপলাই নিজে কন্যা হ'লেও দুষাৰ-এষাৰ কথা পাতি বিদায় দিলে। হাজৰিকানী আগতে এনেকুৱা নাছিল, পুতেক দুটা যেতিয়া ডাক্তৰ আৰু ইঞ্জিনীয়াৰ হৈ ওলাল, তেওঁক পায় কোনে? গড়গঞা হাতী কি? হাতীৰ মাক হ'ল। ভূমিকম্পত পৃথিবী লৰিলেও হাজৰিকানী নলৰে। উৎপলাৰ মাকে তেওঁৰ ৰবীয়াকৈ যাক যাক জোৰণলৈ মাতিছিল, তেওঁবিলাকৰ লগত কথা-বতৰা পাতি হাঁহিলেও কিন্তু দৰাঘৰীয়া মানুহ কেইগৰাকী চিনেমাৰ এক্‌ট্ৰেছৰ মাজৰ এক্‌ট্ৰা যেন হৈ উলটি গ'ল। সেই কথাটো কিন্তু দৰাঘৰত বৰ চোকাকৈ সমালোচনা হ'ল। ছোৱালী কেইজনীয়ে দৰাৰ লগত গৈ যোৰানাম গাই, মাকক ভালকৈ এথেকেচা দিবলৈ দিহা কৰিলে। মাহীয়েক আৰু পেহীয়েকে বিয়াঘৰত বৃকোদৰৰ শাহুৱেকৰ ব্যৱহাৰৰ কথা



ৰং-বহণ লগাই আৰু বহলাই পেলালে। বিপুল নামৰ উদ্ধত ল'ৰাটোক পেহীয়েকে ক'লে, 'তইঁতে দৰাৰ লগত যাওঁতে ভালকৈ এসেকা দি আহিবি। ছোৱালী দিবলৈ ভাল হ'ল, মাত এষাৰ লগাবলৈ আমি মানুহেই নহলোঁ।' বিপুল ডেকা নামৰ ল'ৰাটোৱে নেবা বুলিলেও চাবি চাপৰ পায়, বা বুলিলে লেখ-জোখেই নাই।

বিয়াৰ দিনা দৰা ওলাই যাওঁতে পলম হ'ল। কাৰণ দৰা যাবলগীয়া গাড়ীখন আহি পাওঁতে পলম হ'ল। সম্প্ৰদানৰ সময় পাৰ হৈ যাবৰ সময়ত দৰা গৈ কন্যাঘৰ পালেগৈ। পাটৰ পাঞ্জাবী, নতুন ধুতি-চাদৰ পিন্ধি বৃকোদৰে নতুন ৰুমাল এখন মুখত সোঁ-হাতখনেৰে ধৰি গহীন-গম্ভীৰ হৈ বহি থাকিল। সময় উকলি গৈছে কিন্তু দৰা আদৰি নি ৰভাতলীত বহুওৱাৰ কোনো যা-যোগাৰ কৰা নাই। দৰাঘৰীয়া মানুহবোৰ লাহে লাহে অতীষ্ঠ হৈ উঠিছে আৰু বিপুল ডেকাই ইটো-সিটোকৈ দৰাঘৰীয়া মানুহক শুনোৱাই উট্‌কাৰি মাৰিবলৈ আৰম্ভ কৰিছে। সি কৰিব নোৱৰা কাম একো নাই।

কন্যাঘৰীয়া মানুহৰ প্ৰথম খং, দৰা সময়মতে আহি নেপালহি কিয়? আহি পায়েই দৰা আদৰি নিব লাগে বুলি চিঞৰ-বাখৰখন কিহৰ? ওপৰে নেক্‌-নেকীয়া বৰষুণ, তলে লেপ্‌লেপীয়া বোকা। দৰাঘৰীয়া মানুহবোৰ বাটত থিয় হৈ থাকে কেনেকৈ? ইটো-সিটোকৈ কথা বাঢ়ি গৈ আছে।

কন্যাৰ দেউতাক সহদেৱ হাজৰিকা আগৰ পুলিচত কাম কৰা মানুহ। নিয়মানুৱৰ্ত্তিতা ভাল পায়। দৰা আহি পদূলি মূৰত ৰৈ আছে বুলি শুনি অতীষ্ঠ হৈ গ'ল। ইবাৰ সিবাৰকৈ কন্যাৰ মাকৰ ওচৰলৈ গৈ দেখে তেওঁ খন থৈ খন সলাইছে। বাহিৰত বৰষুণ। নতুন ধুনীয়া কাপোৰ সাজ পিন্ধি সুৱাগুৰি তোলে কেনেকৈ? হাজৰিকাই এবাৰ গৈ মাকক ক'লেগৈ, 'সুৱাগুৰি তুলিবলৈ নোযোৱা কিয়? দৰা ইমান পৰ ৰৈ আছে।' মাকে

জেঙৰা মাৰি উত্তৰ দিলে, 'ইস্, দৰা ইমান পলমকৈ আহিছে। এতিয়া তপতে তপতে আদৰি আনিব লাগে। মই কিবা এনেয়ে আছোঁনে ? যাম নহয়।' কথা কেইটাতকৈ জেঙৰাটোৱে হাজৰিকাৰ মন বেজাই গ'ল। হাজৰিকাই এটা'ও মাত নমতাকৈ শোৱা-কোঠাত সোমাই চকী এখনত ভৰি দুটা তুলি বহি থাকিল। সুবিধা পালে শুয়েই থাকিলহেঁতেন। বিয়াঘৰ। তাতে উদুলি-মুদুলি। এনেয়ে হাজৰিকানীৰ জাকজমকতা অধিক, তাতে উৎপলাৰ বিয়া। দৰাঘৰীয়া মানুহৰ আগত ৰাজহুৱা প্ৰদৰ্শনৰ এয়ে উপযুক্ত সুযোগ। ঘনে ঘনে ড্ৰেছিং ৰুমলৈ যায়। আইনাৰ আগত থিয় হৈ কাপোৰ-কানিবোৰ, মুখখন, খোপাটো চায়। যথেষ্ট পলমকৈ সুৰাগুৰি তুলিবলৈ ওলাই গ'ল। মাজতে এজাক মজলীয়া বৰষুণো পাৰ হৈ গ'ল। বিপুল ডেকাই কন্যাৰ মাকৰ কাণত পৰাকৈ আৰু বুকুৰেদি শেল সৰকি যোৱাকৈ এষাৰ শুনোৱাই দিলে। আনে বুজি নেপালেও উৎপলাৰ মাকৰ খং জুই হৈ জ্বলি উঠিল। সুৰাগুৰি তোলা হ'ল। দৰা কলতলৰপৰা আদৰি আনিবলৈ দেউতাক যাব লাগে। বিচাৰি বিচাৰি দেউতাকক পোৱা হ'ল। দেউতাক নেযায়। ঠেহ লাগিছে। হাজৰিকানীয়ে জেঙৰা মাৰি বিয়াঘৰৰ মানুহৰ আগতে অপমান কৰিছে। দেউতাক একোপধ্যে নেযায়। মাকো সৈমান হোৱা মানুহ নহয়। পুত্ৰা-গধূলি কেটেৰ-জেঙেৰ কৰি কৰি অভ্যাস হৈ গৈছে। বিয়াৰ দিনা'ও তাৰেই পুনৰাবৃত্তি হ'ল। আজি হাজৰিকাই সহ্য নকৰে। কোনোবাই কোনোবাই হাজৰিকাক হাতে-ভৰিয়ে ধৰি কৈছে, কিন্তু কোনোপধ্যে ওলাই নেযায়। বিয়া বুলি পিন্ধি থকা ধুতি-পাঞ্জাবী লাইস কোট-লংপেন্ট্ পিন্ধি ললে। সিটো কোঠাত হাজৰিকানীয়ে বক্তৃতা আৰম্ভ কৰিছে। আকৌ এজাক ডাঙৰ বৰষুণ আহিল। দৰাৰ কাপোৰ-কানি তিতিল। বিপুল ডেকা, দৰাধৰা অমৃত ফুকন আৰু দৰা কলতলত থিয় হৈ থাকিল। সময় গৈ আছে, দৰা আগ



বঢ়াই নিয়াৰ উপক্ৰম হোৱা নাই। এটা সময়ত বিপুল ডেকাৰ খং, ক্ষোভ আৰু মনৰ মাজত সোমাই থকা অসভ্যালিৰ শনি-গ্ৰহটো ওলাই আহিল। বৃকোদৰ বৰুৱাৰো অত্যন্ত খং উঠিছিল। বিপুলৰ উচটনিত দৰাঘৰীয়া মানুহবোৰ ৰভাৰপৰা উঠি আহিল। এটা হুলস্থুলৰ সৃষ্টি হ'ল। দৰাঘৰীয়া বয়সস্থ মানুহ দুজনমানে ধৈৰ্য্য ধৰিবলৈ বুজনি দিলে। কন্যাঘৰীয়া ডেকাহঁতে নিজৰ চোতালতে ইমান বৰ বৰ কথা শুনিবলৈ কি ধাৰ খাই থৈছে ? তুমুল বাক-বিতণ্ডা আৰম্ভ হ'ল। কলতলত মানুহে জুম বান্ধিলে। পৰস্পৰ ইপক্ষৰপৰা সিপক্ষলৈ ঠাট্টা-মস্কৰা, কটূক্তি বৰষিবলৈ ধৰিলে।

মূৰত ওৰণি লৈ উৎপলা এজাক ছোৱালীৰ মাজত পাছ-চোতালৰ ৰভাৰ তলত বহি আছিল। দৰা আহি পালেহি বুলি শুনিবৰ বহুত সময় হ'ল কিন্তু হোমৰ গুৰিলৈ কন্যাক নিয়াৰ দিহা কৰা নহ'ল। মাইকী মানুহবোৰো আগফালে ওলাই গৈ কিহৰ চিঞৰ-বাখৰ হৈছে বুজ লবলৈ ধৰিলে। এজনী ছোৱালী দৌৰি আহি উৎপলাক খবৰ দিলেহি দৰাঘৰৰ মানুহৰ লগত কাজিয়া হৈছে। মাক আৰু দেউতাক দুয়ো ভিতৰত। তেওঁ-বিলাকৰ কাজিয়া ভঙাত ব্যস্ত উৎপলাৰ মাহীয়েক। অলপ পাছত মাক দেউতাকে'ও কলতলৰ কাজিয়াখনৰ খবৰ পালে। ইতিমধ্যে কাজিয়াৰ নিয়ন্ত্ৰণ দৰা আৰু কন্যাঘৰৰ মানুহৰ হাতৰপৰা হেৰাই গৈছে। ৰাতিৰ এন্ধাৰত কন্যাঘৰৰ ফালৰ কোনোবা এজনে কৈ দিলে, 'এনেকুৱা অসভ্য মানুহলৈ আমাৰ ছোৱালী নিদিওঁ।' বিপুল ডেকা চোঁচা মাৰি আহি ক'লে, 'কোন আছে মতা ল'ৰা। ওচৰ চাপি আহ। নকৰাওঁ বিয়া তহঁতৰ।' 'যা যা' —উত্তৰ আহিল। আকৌ এজাউৰি চিঞৰ-বাখৰ গালি-শপনি পাৰ হৈ গ'ল। এটা সময়ত দৰাঘৰীয়া গাড়ীবোৰ চলিবলৈ আৰম্ভ কৰিলে। হাজৰিকাৰ ঘৰৰ আগ নিজম পৰিল।

পূবে বগাডাঁৰ দিলে। উৎপলা, সহদেৱ হাজৰিকা আৰু উৎপলাৰ মাক নিশ্চল শিলৰ মূৰ্ত্তিৰদৰে থিয় হৈ থাকিল।

পুৱা আঠমান বজাত বৃকোদৰ বৰুৱা পুনৰ একমেবাদ্বিতীয়ম্ হৈ ঘৰত ওলালগৈ। গাঁৱৰ নীলাম্বৰ গাওঁবুঢ়াই মন্তব্য দিলে, 'মই আগতেই জানিছিলোঁ। সহদেৱ হাজৰিকাৰ ঘৈণীয়েক এলাপেচা তিৰোতা নহয়।'

বৃকোদৰ বৰুৱা তেতিয়াৰেপৰা পূৰা তিনি বছৰ ব্ৰতত থাকিল। কোনোবাই বিয়াৰ কথা উলিয়ালেই উচাট মাৰি গুচি যায়।

## চাৰি

ইলা, নীলা আৰু পখিলা নীলপৱন কাকতিৰ তিনিজনী ছোৱালী। বয়স তিনিওজনীৰে কুৰিৰ ডেউনা পাৰ হৈছে। কাকতি স্কুল এখনৰ হেড্‌মাষ্টৰ। ঘৰৰ পৰা ডেৰকুৰি মাইল দূৰৈত স্কুল। স্কুলৰ কাষতে এটা সৰু ঘৰত কাকতি থাকে। কাষতে ব'ৰ্ডিং। ব'ৰ্ডিঙত কুৰিটিমান ল'ৰা থাকে। কাকতিয়ে এই ল'ৰা কেইটাও চায়, নিজেও থাকে। পঢ়াত ভাল ল'ৰা হলে বিশেষ যত্ন লয়। নীলপৱন কাকতি বৰ চোকা আৰু শাসনত কঢ়ামুঠীয়া শিক্ষক। শনিবাৰে ঘৰলৈ আহে, সোমবাৰে পুৰা যায়। বন্ধত ঘৰত থাকে। পৰীক্ষাৰ বতৰত সৰহভাগ সময় স্কুলতে থাকে।

ইলা, নীলা আৰু পখিলা তিনিওজনী চকুত লগা ছোৱালী। এবছৰ অগা-পিছাকৈ পঢ়িছিল কিন্তু এতিয়া নীলাতকৈ পখিলা আগ বাঢ়িল। ইলাই বি-এ পাছ কৰি জিৰণি লোৱাৰ দিহা কৰিছে। মাক—মানে বাইদেউ, মাটিৰ মানুহ। নীলপৱন কাকতিয়ে দিয়া তাকৰীয়া টকা কেইটা আৰু আধি মাটিৰ ধানখিনিৰে কাকতিয়নীয়ে ঘৰখন চলায়। নিজেই সকলো কৰে, বজাৰ কৰে, বাৰীত শাক-পাচলি কৰে, জেওৰা বাটে।

নীলপৱন কাকতিৰ বয়স হৈছে। পেন্সন পাবলৈ বেছি দিন নাই। ছোৱালীৰ বিয়া দিবৰ বয়স হৈছে। কিন্তু কোনো দিনেই কাকতিৰ মুখত এই কথা ওলোৱা নাই। কেতিয়াবা মনে মনে ভাবিলেও উচাপ খাই উঠে, কাৰণ, ছোৱালী বিয়া দিবলৈ হাতত সাঁচতীয়া টকা নাই। উট চৰায়ে বালিত মূৰ গুঁজি থকাৰদৰে

কাকতিও থাকে। নীলাহঁতৰ মাকেও দেউতাকৰ আগত কাহানিও বিয়াৰ কথা নুলিয়ায়। কাকতিয়ে লাহে লাহে আত্মতুষ্টিৰ এটা হেতু বিচাৰি পাইছে। তেওঁ শিক্ষা দিয়া ল'ৰা এম-এল-এ, মন্ত্ৰী, প্ৰশাসক হৈছে, কলেজ, বিশ্ববিদ্যালয়ত অধ্যাপক হৈছে, নানান বিভাগত কাম কৰিছে—তাতেই কাকতিৰ তুষ্টি। কাকতিয়ে সুবিধা পালেই নিজে পঢ়াই পঠিওৱা ল'ৰাবিলাকৰ নাম আৰু গুণ উল্লেখ কৰি আত্মগৌৰৱত উৎফুল্ল হৈ পৰে। শিক্ষক জাতিটোৰ দুটা দোষ আছে—এক, তেওঁবিলাকে ভাবে তেওঁবিলাকৰ জন্ম আনক শিকাবলৈহে, শিকিবলৈ নহয়। দুই, পৃথিৱীত সকলোৰে তেওঁবিলাকলৈ ভয় কৰে, শ্ৰদ্ধাও কৰে। গতিকে ইলা-নীলাহঁতক লৈ যদি কিবা সমস্যা হৈছে বা ভৱিষ্যতে হয়, তাক নীলপৱন কাকতিয়ে নিজে মূৰ পাতি ল'ব, নিজে সমাধান কৰিব, গতিকে কাৰো পৰামৰ্শ শুনিবলৈ প্ৰস্তুত নহয়।

কাকতি যি কেইদিন ঘৰত থাকে, পখিলাহঁত চুপ-চাপ বেলিৰ পোহৰেও তাঁহাতক স্পৰ্শ কৰিব নোৱাৰে। যি কেইদিন ঘৰত নেথাকে, নেগুৰ কটা বাঘ ; বেলিপৰাৰ আগতে ঘৰ নোসোমায়। মাকে এষাৰো কথা নকয়। কেতিয়াবা যদি কাকতি হঠাৎ আহি ইলাহঁতক ঘৰত নেদেখে, মাকে কয়, এই মাত্ৰ মামাকহঁতৰ ঘৰলৈ গৈছে।' ইলাহঁতেও এনেয়ে মামাকহঁতৰ ঘৰত এপাক মাৰি আহে। লাহে লাহে পখিলাহঁতৰ কথা-কাণ্ড বেয়া হৈ আহিছে। চা-চুবুৰীয়াই বেয়া চকুৰে চাবলৈ আৰম্ভ কৰিছে। আজিকালি ছেগ চাই কাকতিৰ ঘৰত ডেকাল'ৰাৰ হাঁহি, গাভৰুৰ হাঁহিৰে মিহলি হৈ অধিক তাৎপৰ্য্যপূৰ্ণ কৰি তুলিছে। নীলপৱন কাকতিয়ে এইবোৰ অগ্ৰগতিৰ একো ভু নেপায়।

এবাৰ পখিলাহঁত মাহীয়েকৰ ঘৰত বিয়া খাবলৈ গৈছিল। বিয়া খাই উলটি আহোঁতে ৰেলত আহিছিল। সেইখন ৰেলৰে সেইটো কোঠাতে বৃকোদৰ বৰুৱাও আহিছিল। মুৰামূৰি সময়ত



দৌৰি আহি গাড়ীত উঠিছিল। লগত আহিছিল দেউতাক নীলপৱন কাকতি। টিকট নকটাকৈ কাকতি ৰেলত উঠিবলৈ অসন্মত হৈছিল কিন্তু টিকট কাটিবলৈ গ'লে ৰেলখন চকুৰ আগতে যায়। পখিলা প্ৰথমতে উঠি দেউতাকক কৈছিল, 'উঠক, দেউতা উঠক।' ইতিমধ্যে নীলাও উঠিছিল। গাড়ী চলিবলৈ ধৰা দেখি কাকতিও গাড়ীত উঠিছিল কিন্তু টিকট নকৰাকৈ উঠাৰ বাবে এনেকৈ ইস্ ইস্ আস্ আস্ কৰিছিল যে বৃকোদৰ বৰুৱাই মাত মাতিবলৈ বাধ্য হৈছিল, 'আপুনি চিন্তা নকৰিব। আগৰ ষ্টেশ্যনটোত টি-টি-ই জনক মাতি আনি টিকট কৰাই দিব পৰা যাব।' কাকতিয়ে অলপ ধৈৰ্য্য ধৰিছিল। পাছৰ ষ্টেশ্যনত কাকতিৰ টিকট কৰাই দিছিল বৃকোদৰ বৰুৱাই নিজে। সেই কাৰণেই কাকতি আৰু বৃকোদৰৰ মাজত বন্ধুত্ব গঢ় লৈ উঠিছিল। উভয় পক্ষৰে চা-চিনাকি লোৱা হ'ল। নীলা আৰু পখিলাই ক'ত, কি পঢ়ে বৃকোদৰে সুধি পেলালে। নীলা যে পখিলাতকৈ পাছ পৰিল, সেই বাবে কথাষাৰ লাহেকৈ ক'লে, যাতে ভালকৈ কাণত নপৰে। দেউতাকৰ আগত, পুৰুষৰ আগত কথা পতাৰ অভ্যাস পখিলাহঁতৰ নাই, গতিকে সহজভাবে কথা পাতিব নোৱাৰিলে। সৰহখিনি সময় দেউতাকেই ল'লে। পাছৰ ষ্টেশ্যনটোত ইঞ্জিনে পানী লয়। পোন্ধৰ-কুৰি মিনিট সময় ৰয়। ৰেল ৰোৱাৰ লগে লগে ভাটীমুৱা ৰেলত যাবলৈ কাকতিৰ এজন বন্ধু ৰৈ থকা দেখি গাড়ীৰপৰা নামি গ'ল। পখিলা আৰু বৃকোদৰৰ বন্ধুত্বৰ পাগ ঘন হ'ল। ক্ষন্তেকীয়া চিনাকি যদিও আন্তৰিকতা গাঢ় হৈ উঠিল। বৃকোদৰে চাহ-মিঠাই খুৱাই আৰু ঘৰুৱা কৰি পেলালে। নীলপৱন কাকতি নিজে বডি গাৰ্ড হৈ আহোঁতেও তাৰ মাজতে ভোমোৰাই গুণ গুণাবলৈ ধৰিলে। এৰা, বাণ ৰজাই অগ্নিগড় মাৰিও যাক ভেটিব নোৱাৰিলে, তাক কোনে ভেটিব ? উভয়ৰে ঠিকনা লোৱা হ'ল আৰু 'চিঠি দিলে উত্তৰ দিব দেই' বুলি পখিলাই অনুৰোধ কৰিলে। বৃকোদৰ বৰুৱাই

ইমান সোনকালে মিলা-প্ৰীতি হৈ যোৱা দেখি নিজেই আচৰিত হ'ল। বাকী বাটছোৱা বিশেষ কথা-বতৰা নহ'ল। পখিলাহঁতকৈ এটা ষ্টেশ্যন আগতে বৰুৱা নামি গ'ল। পখিলাই হাত জোকাৰিলে। মুখত ফুটি ওলাল যেন বহুত কথা কবলৈ থাকি গ'ল।

দুবছৰৰ পাছত নীলপৱন কাকতিয়ে পেন্সন পালে। এতিয়া ফুল টাইমাৰ হোম গাৰ্ড। পুৱা-গধূলি বজাৰলৈ ওলাই যোৱাৰ বাহিৰে দিনৰ দিনটো ঘৰতে থাকে। আগৰ স্কুলৰ কঢ়ামুঠীয়া শাসন এতিয়া পৰিয়ালে কান্ধ পাতি লবলগীয়া হৈছে। দিনকদিনে খিং-খিঙীয়া হৈ আহিছে। কথাই প্ৰতি জগৰ। জগৰে প্ৰতি একোটা মজলীয়া বক্তৃতা। মাকৰ কথাত অধিক খুঁত ওলোৱা হৈছে। প্ৰতিটো জগৰতে 'সেইয়া মই কৈছিলোঁ নহয়।' বুলি পাতনি তৰি বক্তৃতাটো আৰম্ভ কৰে। মানুহ যিমান আঁতৰি যায়, সিমান সোনকালে বক্তৃতা শেষ হয়। মুখে মুখে উত্তৰ দি প্ৰতিবাদ কৰিবলৈ চেষ্টা কৰিলে টিঙিৰি-তুলা হৈ উঠে। গতিকে আজিকালি কোনো ওচৰত নাথাকে। কাকতিৰ মুখত মাত ওলালেই সকলোৱে টেপেচা মাৰে। ইলাই ইতিমধ্যে অফিচ এটাত চাকৰি এটা যোগাৰ কৰিছে। অহুকাণে পহুকাণে বাতৰি ওলাইছে অফিছৰ ষ্ট'ৰ কীপাৰজনৰ লগত মানসিক বুজাবুজিও গঢ় লৈ উঠিছে; কিন্তু ইলা, মাক বা আন কোনেও কাকতিৰ কাণত কথাটো পেলাবলৈ সাহস গোটাব পৰা নাই। নীলাৰ ঘনিষ্ঠতা নিজৰ সম্বন্ধীয় ককায়েক এজনৰ লগত। চকু-চৰহা মানুহে কিবা কিবি ৰটিলেও কথাটোৰ ভেটি পকী হোৱা নাই নতুবা তেনেই কেচাও নহয়। পখিলাৰ পাখি গজিছে। বৃকোদৰ বৰুৱাৰ লগত কাকতীয়া প্ৰেম পকি টুপ্‌টুপীয়া হৈছে। পখিলাৰ সমস্যাটো হ'ল আগত দুজনী বায়েক। বায়েক দুজনীক ডেই থৈ তাইনো এঘৰলৈ ওলাই যায় কেনেকৈ? যিমান নিমাখিত, নিমাতি, নিৰ্জু নহওক তলে তলে গোঁৱাৰ নহলে



মাক-বাপেক, ককাই, ভাই, বাই-ভনী সবাকো এৰি থৈ যাব নোৱাৰে। পখিলাৰ খং দেউতাকৰ ওপৰত। বায়েকহঁতৰ বয়স হৈছে, বিয়া দিব লাগে। এজনী এজনীকৈ বিয়া নিদিলে, একে দিনাই তিনিজনী দিব পাৰিব নেকি? পখিলাই ভাবে, লাও কলে হেদালি দিব জানিব লাগিব। জেওৰা-জপনা দি বেৰি থলেই নহ'ব। হেদালি পাতি বগাবলৈ দিব লাগিব; নহ'লে লাও য'তে ত'তে বগাবই। জেওৰা জপনা পাৰ হৈ গৈয়ো আনৰ বাৰীৰ গছত উঠেগৈ। দেউতাকে এই কথা নেজানে নেকি?

আজিকালি ইলাহঁতে কাকতিক কথাই প্ৰতি বুঢ়া বুলি কয়। আগৰ যিবোৰ বাক্যত দেউতা শব্দটো আছিল আজি-কালি বুঢ়া শব্দটোৱে সেই ঠাই বেদখল কৰি বহিছে। সুবিধা পালেই বুঢ়াৰ কথা-বতৰাৰ কেৰিকেছাৰ কৰে। আগতে অন্ততঃ সপ্তাহটোৰ পাঁচদিন মুকলি আছিল, আজিকালি সাতদিনেই বন্ধ। বন্ধ মানে ফাটেক। মানুহৰো সমাগম নাই; নীলাহঁতৰো গমনা-গমন নাই। দিনৰ দিনটো অগ্নিগড়ত উষা বন্দী হৈ থকাদি থাকিব লাগে। দেউতাক গা-ধোৱা ঘৰত সোমালে আজিকালি বহুত সময় লাগে। সেই সময়তে পলিখাহঁতে আলিটোৰ সিকাষে থকা ডাকঘৰটোৰপৰা চিঠি-পত্ৰ অনা-দিয়া কৰে। সুবিধা ইমানেই —ডাকঘৰটো নিচেই ওচৰতে।

নীলপৱন কাকতিৰ চকুত তেওঁৰ ছোৱালী কেইজনী বৰ ভাল। বাহিৰলৈ বৰকৈ নোলায়। দেউতাকলৈ বৰ ভয় কৰে। মাকৰ কথা মতে চলে। এই কথা বুঢ়াই সুবিধা পালে দুই-একক কয়। পখিলা নুমলীয়া ছোৱালী। তাইলৈ মৰম বেছি, কিন্তু সেই আধিক্য আনক প্ৰদৰ্শন নকৰে। বুঢ়াৰ উপস্থিতিয়ে ইলাহঁতৰ ক্ষোভ দিনকদিনে বঢ়াই নিছে, নিজৰ ঘৰটো ফাটেক ফাটেক লাগিবলৈ উপক্ৰম কৰিছে। ইলা অফিচৰপৰা উলটি আহোঁতে লাহে লাহে পলম হৈ আহিবলৈ ধৰিছে। নীলাই কথা কমকৈ

কৰলৈ ধৰিছে। সকলো সময়তে মুখখন গোমোঠা কৰি থাকে। মুখখন দেখিলেই ধৰিব পাৰি মনত ক্ষোভ সঞ্চাৰ হৈছে। বাকী থাকিল পখিলা। পখিলা স্বাভাৱিকতে অলপ পাতল। তাইৰ মনত মাথোন এটাই ক্ষোভ বায়েকহঁতক বিয়া দি তাইৰ লাইন ক্লিয়েৰ কৰি দিব লাগে। মন গধুৰ নহয়; নিয়মতে চলে। কিন্তু লাহে লাহে বিক্ষোভ বাঢ়ি গৈছে।

এদিন সন্ধিয়া কাকতি ওলাই গৈছিল। ইতিমধ্যে আহিল বৃকোদৰ বৰুৱা। বৃকোদৰ বৰুৱা আহিল মানে পখিলাই মাতিছিল। ইয়াৰ আগতেও বৃকোদৰে পখিলাহঁতৰ ঘৰলৈ নহাকৈ নথকা নহয়। বৃকোদৰৰ আগমনত এইবাৰ এক স্বাৰ্থ আছিল। বয়স বাঢ়ি গৈছে, বতৰ পাৰ হৈ গৈছে, গতিকে পখিলাৰ পাখি কাটি ঘৰুৱা কৰি লবলৈ মন। সেইদিনা বৰুৱাই পখিলাক পোনে পোনে কথাটো কৈ পেলালে। বৰুৱাৰ প্ৰস্তাৱটো শুনি পখিলা বিমোৰ হ'ল। হয় বুলি ক'লে ঘৰত বিপ্লৱ; আৰু নহয় বুলি ক'লে হাততে পাই বাটতে হেৰুৱাব লাগে। 'কিবা এটা হ'ব', বুলি পখিলাই মোখনি মাৰি থলে। এনেতে কাকতি উলটি আহিল। বৃকোদৰৰ কথা শুনি এনেয়ে পখিলাৰ বুকু কঁপি আছিল, হঠাৎ দেউতাকৰ প্ৰবেশ ঘটাত নাটকৰ সংলাপ বন্ধ কৰি পখিলাই প্ৰস্থান কৰিলে। কাকতিৰ আগৰেপৰাই অলপ সন্দেহ আছিল, মাজ-মজিয়াত বৃকোদৰক পাই বুজিবলৈ বাকী নেথাকিল। পখিলাক বৃকোদৰৰ ওচৰৰপৰা দৌৰি যোৱা কাকতিয়ে নিজেই দেখিলে। খঙে-বিষে জৰ্জৰিত হৈ নীলপৱন কাকতি কঁপিবলৈ ধৰিলে। মাকক উদ্দেশ্য কৰি ক'লে, 'বাহিৰৰ কোঠাত সেয়া কোন? কিয় আহিছে?' মাকে প্ৰথমে নুশুনাৰ ভাও জুৰিলে। পখিলাহঁতে ভয়ত টেপেচা মাৰিলে। কাকতিয়ে আকৌ এবাৰ টান টানকৈ প্ৰশ্ন কৰিলে। মাকে ঠোকা-ঠুকি মাতেৰে ক'বলৈ চেষ্টা কৰিলে, 'ল'ৰাজনে পখিলাক বিয়া কৰাব খোজে।'



মাকৰ মাত শুনি কাকতিয়ে সিংহ গৰ্জনেৰে গৰ্জি উঠিল। ভাবী শহুৰৰ তৰ্জন-গৰ্জন শুনি বৃকোদৰ বৰুৱা পলাই পত্ৰং দিলে।

দিন পাৰ হ'বলৈ ধৰিলে। নীলপৱন কাকতিয়ে হোমগাৰ্ড হিচাপে ইতিমধ্যে খ্যাতি আৰ্জন কৰিছিলেই, এতিয়া আৰু অলপ কঢ়া হ'ল। দেখাত সন্তাৱৰ অভাৱ হ'ল। কথা-বতৰা কমাই দিলে। মাকৰ আগত যিটো বক্তৃতা দিলে তাৰ সাৰাংশ হল এই: 'মোৰ ছোৱালীৰ ইমান অধঃপতন! মানুহে ইমান সাহ পালে কেনেকৈ? মাকেই ইয়াৰ বাবে দায়ী। মাকে ভালকৈ চকু দিলে, এনে ঘটনা হ'বলৈ পায়নে?' মাকৰ সমিধান হ'ল: 'বৌজাল-বৌজাল কৰি লাভ নাই। জীয়ৰী ছোৱালী এঘৰলৈ দিবই লাগিব।' নীলপৱন কাকতিৰ সংঘাত দিনক দিনে বৃদ্ধি পাবলৈ ধৰিলে।

পখিলাৰ পাখি পূৰঠ। উৰিবলৈ সাজু। কামাখ্যা বা তেনে কোনো মন্দিৰত মালা সলাই যুৱীয়া জীৱনৰ পাতনি তৰিবলৈ প্ৰস্তুত। বৃকোদৰ বৰুৱায়ো তেনে এটা বিকল্প ব্যৱস্থাৰে সন্ধানত আছে কিন্তু খাটাং হোৱা নাই। বৃকোদৰে কামাখ্যাতে বিয়াখন পাতিলেহেঁতেন কিন্তু কামাখ্যা-নৰকাসুৰৰ বিয়াখন আদৰ্শ বিয়া নহয়। বিয়া কৰাম বুলি কামাখ্যাই নৰকাসুৰক ঠগিলে। সেইবাবে কামাখ্যাত বিয়া কৰাবলৈ মন নাই। অৱশেষত চিভিল মেৰেইজ কৰাবলৈকে উভয় পক্ষ সন্মত হ'ল। বন্দোবস্ত—ৰাতিৰ ৰেলত দুয়ো একেলগে যাব। পখিলা ঘৰৰ পাছফালে গৈ ৰেল ষ্টেশ্যনত বৃকোদৰৰ লগ লাগিব। পীৰিতিৰ ভূতে পোৱা ডেকা-গাভৰুৰ গাত আন একো ভূত লম্ভিব নোৱাৰে। পখিলা মৃৰিশালিখনৰ কাষৰ বড়গছ জোপাৰ তলেদি গৈ ৰেল ষ্টেশ্যন ওলালগৈ। বৃকোদৰ বৰুৱা আগৰেপৰা উৎকণ্ঠিত হৈ আলিটোৰ মূৰত বৈ আছিল। দুয়ো ৰেলগাড়ীত উঠি চুপ্-চাপ বহি থাকিল। প্ৰথম শ্ৰেণীৰ কোঠাটোত পখিলা আৰু

বৃকোদৰ বৰুৱা। আন কোনো যাত্ৰী নাই। পখিলা বৃকোদৰ বৰুৱাৰ কাষলৈ আহি গাতে হাউলি পৰিল। বৰুৱাই সোঁহাতেৰে বাউসীত ধৰি ওচৰ চপাই ল'লে।

ৰাতি পুৱাল। পখিলা উৰি গ'ল। ইলা আৰু নীলাই আগতেই গম পাইছিল। মাকে দুখ কৰিলে, পেটৰ পোৱালি হৈ এৰি থৈ গ'ল। কাকতিৰ চকুৰ আঁৰত মনে মনে আঁচলেৰে চকুপানী টুকিলে। কাকতি নিৰ্বাক, নিস্পন্দ। ঘৰখনত এক মৰাঘৰীয়া নিৰ্জনতা বিৰাজ কৰিলে। কিন্তু কথাটো কোনেও গম নেপালে। অতি সাৱধানে গাপ দি থ'লে।

সেইদিনা চাব্-ৰেজিষ্টাৰৰ কাৰ্য্যালয় বন্ধ। পাছদিনা চেকেণ্ড ছাটাৰ ডে, তাৰ পাছদিনা দেওবাৰ। ৰেজিষ্টাৰী নহ'ল। তিনি-দিন তেনেকৈ থাকিবলৈ পখিলা মান্তি নহ'ল। সেইদিনা ৰাতি ঘৰলৈ ঘূৰি আহিল। আহিয়েই দেউতাকৰ ভৰিত ধৰি কান্দি কান্দি ক্ষমা খুজিলে। দেউতাকে মুখেৰে একো নেমাতিলে। ইলা আৰু নীলা স্তব্ধ হৈ ৰ'ল।

কথাটো কেনেবাকৈ প্ৰকাশ হ'ল। পখিলা বৃকোদৰ বৰুৱাৰ লগত পলাই গৈছিল। পখিলাই তাৰ উত্তৰত ক'লে, 'উই আৰ্ জাষ্ট্ ফ্ৰেণ্ড। মোৰ কোনো স্বাৰ্থ নাই।' পখিলাৰ পাখি সৰি পৰিল। বৃকোদৰ বৰুৱাৰ মুখৰপৰা মাত্ৰ ওলাল, 'নাৰী ৰহস্যময়ী।'

## পাঁচ

বৃকোদৰ বৰুৱাৰ শেহতীয়া ধাৰণা হল, বিয়া পতা বৰ টান কিন্তু বিয়া ভঙা বৰ সহজ; তাতোকৈ সহজ বিয়া ভঙোৱা। অনিতাৰ লগত বৃকোদৰৰ বিয়াখন পকা হৈছিল; কিন্তু কি কাৰণত বৃকোদৰে এনেখন কৰিলে, তেওঁ নিজেই ক'ব নোৱাৰে। কি অদৃশ্য শক্তিয়ে হাত বাউলি দি এই ইঙ্গিত দিলে, বৃকোদৰে তন্তিবই নোৱাৰিলে।

অনীতা, বিনীতা আৰু প্ৰণীতা তিনিজনী ছোৱালী, দিগন্ত একমাত্ৰ ল'ৰা। দিগন্ত মাক-দেউতাক তথা পৰিয়ালৰ একমাত্ৰ আশা-ভৰসাৰ স্থল আছিল। বিয়াৰ পাছত আজি ছবছৰ ধৰি দিগন্তৰ ঘৰৰ লগত কোনো সম্পৰ্ক নাই। পা-পইচা পঠোৱা নাই, খা-খবৰ লোৱা নাই, ঘৰৰ পদূলি গৰকি চোতাল পোৱাহি নাই। দিগন্তৰ এই আচৰণত দেউতাক যোগেশ্বৰ বৰা মৰ্মাহত। এই একেটা কথাই মানুহজনৰ মুখৰ মাত, ওঁঠৰ হাঁহি হৰি নিলে। একেটা স'ৰা, আগলৈ-পাছলৈ সিয়েই ঘৰখনৰ একমাত্ৰ পুৰুষ, কিন্তু সি কাপুৰুষৰদৰে ঘৰখনৰপৰা আঁতৰি গ'ল। তিনিজনী বয়স বাগৰি যোৱা যুৱতী, উচ্চশিক্ষিতা, সুশ্ৰী কিন্তু দেউতাকে বিয়াৰ কথা চিন্তা নকৰে। এই কথাৰপৰাই মাক-দেউতাকৰো মনান্তৰ হোৱাৰ উপক্ৰম হৈছে কিন্তু যোগেশ্বৰ বৰা নিমাত, নিথৰ, নিশ্চল। দিগন্তই দেউতাকৰ অন্তৰত যিকুৰা জুই জ্বলাই থৈ গৈছে, তাৰ তাপত সকলো আশা-আকাঙ্ক্ষা ছাই হৈ গৈছে। তেওঁ এতিয়া আন একো চিন্তা কৰিব নোৱাৰে।

পৰমানন্দ ভূঞা আছিল দুৰ্নীতি নিবাৰক শাখাৰ উচ্চপদস্থ বিষয়া। তেওঁ যিমানেই দুৰ্নীতি সংক্ৰান্ত গোচৰ অনুসন্ধান কৰি গৈছিল, ঈশ্বৰৰ কৃপাত সিমানেই তেওঁৰ ঘৰতো লক্ষ্মী বৃদ্ধি পাইছিল। এবাৰ চোৰে তেওঁৰ ঘৰৰপৰা প্ৰায় একলাখ টকাৰ নগদ ধন, সোণ, কাপোৰ-কানি লৈ গৈছিল। কিন্তু সিমান টকাৰ সম্পত্তি নিছে বুলি পুলিচত গোচৰ দিব নোৱাৰি চোৰাংচোৱা লগাই চোৰৰ দলটো ধৰা পেলাই নগদ কুৰি হেজাৰ টকা চোৰক দি ধন-সোণ, কাপোৰ-কানিবোৰ উদ্ধাৰ কৰি আনি মনে মনে থাকিল। পৰমানন্দ ভূঞাৰ পত্নী মালবিকা। ছোৱালী এজনী জন্ম হোৱাৰ পাছত আৰু সতি-সন্ততি নহ'ল। মানুহজনীৰ জীয়ৰী গা নেভাগিল। এনেয়ে ধুনীয়া, তাতে সুখত থকা তিৰোতা। সৌন্দৰ্য্যৰ পৰশত বয়সৰ আঁচোৰ ধৰিবই নোৱাৰি। ভূঞা দুৰ্নীতি খেদা বিষয়া, ঘৰত থাকিবলৈ আজৰি নাই। লহপহকৈ বাঢ়ি আহিছিল একমাত্ৰ কন্যা আইভি। সৰুৰেপৰা অকলশৰীয়াকৈ আলাসত উঠা আইভি আছিল জেদী, আত্মকেন্দ্ৰিক।

মালবিকাৰ ছোৱালী আইভিৰ বয়সে যদিও ওঠৰৰ দুৱাৰদলি গৰকি ঊনৈশত বা বলাইছিল, মাকে কিন্তু সদায়েই নিজকে জীয়ৰী বুলিয়েই প্ৰকাশ কৰিছিল আৰু কৈছিল, 'মোৰ লগৰ ছোৱালী বহুতৰে বিয়া হোৱাই নাই।' বাস্তৱিকতে মালবিকাক সাজে-পাৰে বোৱাৰী বুলি ধৰিবলৈ টানেই হৈছিল। মালবিকাৰ সৌন্দৰ্য্য যথাৰ্থতে নিখুঁত আছিল কিন্তু চৰিত্ৰত এধানমান খুঁত আছিল। নিজৰ ৰূপ আৰু যৌৱনক ধৰি ৰাখিবলৈ দেখনিয়াৰ ডেকাৰ লগত বন্ধুত্ব কৰি সুখ পাইছিল। বহুত ডেকাই মালবিকাৰ মৰমৰ পৰশ লাভ কৰিছিল। মানুহজনীৰ কথা কোৱাৰ ধৰণ, খিল্‌খিলাই থকা হাঁহি আৰু ব্যৱহাৰত থকা কমনীয়তাই যৌৱনে-পৰশা ডেকাক সহজতে আপোন কৰি ল'ব পাৰিছিল।

মাকতকৈয়ো সৌন্দৰ্য্যৱতী আইভিৰ দেহৰ ৰূপ-লাৱণ্যত যেতিয়া



জুই বৰষিছিল, তেতিয়াই দিগন্ত আহিছিল মালবিকাৰ সংস্পৰ্শলৈ। মালবিকাই দিগন্তক অন্তৰ উজাৰি মৰম কৰিছিল। টকা-সিকা দি সহায় কৰিছিল। পৰমানন্দ ভূঞাৰ অনুপস্থিতিত দিগন্ত মালবিকাৰ সংসাৰৰ অপৰিহাৰ্য্য ব্যক্তি হৈ পৰিছিল।

দিগন্তই এদিন হঠাতে মাকৰ আগত বিয়া পতাৰ কথা কোৱাত মাকে উচাপ খাই উঠিল। তিনিজনীকৈ উঠন ছোৱালী বিয়া দিবলগীয়া হৈ আছে. দিগন্তই কি কয়? মাকে সহজে সমৰ্থন আগ নবঢ়ালে। দেউতাকে ক'লে, 'অন্ততঃ অনিতাৰ বিয়াখন হৈ যাওক। ল'ৰা এটা চাওক। তাৰ যদি ইমানেই ইচ্ছা আছে, একেখন ৰভাৰ তলতে দুয়োখন বিয়া হওক।' অনিতাই কথাটো শুনিয়েই জাঙ্গুল খাই উঠিল। তাইতকৈ অনেক সৰু ছোৱালী এজনী বোৱাৰী হৈ ঘৰ সোমাবহি আৰু তাই ঘৰ-বুঢ়ী হৈ থাকিব। তাই আপত্তি কৰিলে। লগতে আইভি আৰু মাকৰ চৰিত্ৰ সম্পৰ্কে যিবোৰ কিম্বদন্তি চলি আছে, সেইবোৰো মাকৰ মনঃপুত হোৱাকৈ ক'লে। বিনীতাই সৰহ কথা নকয়। তাই মাথোন ক'লে, 'দাদাৰ মূৰত শনি চৰিছে।' প্ৰণীতাই আইভিৰ কীৰ্ত্তি-কাহিনী বহুত জানে। কলেজত একেলগে পঢ়িছিল। তাই অনিতা-বিনীতাক যিবোৰ কথা ক'লে, সেইবোৰ ইয়াত লিখিব নোৱাৰি। উৰ্বশীৰদৰে চিৰযৌৱনা মালৱিকাৰ কথাও বহুত ওলাল। ঘৰৰ সকলোৰে এই কথাত একমত, দিগন্তৰ বিয়া এতিয়া হ'ব নেলাগে আৰু আইভিৰ লগত কাহানিও হ'ব নেলাগে। দিগন্ত ৰৈ থাকিব নোৱাৰে; বহুত কথা আছে; তাতোকৈ ডাঙৰ লেঠা আছে। সি খাটাংকৈ ক'লে, একান্তই যদি ঘৰত মত নিদিয়ে তেনেহ'লে চিভিল মেৰেজ কৰাই আইভিক লৈ যাব। পৰিয়ালৰ একমাত্ৰ আশা-ভৰসাৰ স্থল দিগন্তৰ এই সিদ্ধান্ত শুনি মাক-দেউতাকে বিয়াৰ দিহা কৰিবলৈ অনুমতি দিলে। মাত্ৰ কুৰি দিনৰ পাছতে নিতান্তই নিৰানন্দময় পৰিবেশত বিয়াখন হৈ গ'ল।

আইভিয়ে যৌতুকৰ সকলো বস্তু মাকৰ ঘৰতে থৈ ডাঙৰ ডাঙৰ চুটকেছ চাৰিটা লৈ ঘৰ সোমালহি। আইভি ঘৰ সোমালেও মাকৰ বাহিৰে কোনেও স্বাগতম জনাব নোৱাৰিলে। মাকে বোৱাৰী বুলি আদৰি ল'লে। প্রতুল ঐশ্বর্য্য-সম্ভাৰৰ গৰাকিনী আইভিয়ে দিগন্তৰ ঘৰখনক মোৰ বুলি ল'ব নোৱাৰিলে। ননদেকহঁতৰ লগত ভালকৈ মাত-বোলেই নহ'ল। শহুৰেকক ঠেও-থমক ধৰি নামমাত্র সেৱা এটা কৰিলে। আঠমঙ্গলা খাবলৈ গৈ বোৱাৰী আৰু নাহিল। দিগন্তই আইভিৰ বয়-বস্তুবোৰ পৰমানন্দ ভূঞাৰ ঘৰৰপৰা পঠিওৱা গাড়ী এখনত তুলি পঠিয়াই দিলে।

বিয়াৰ ছমাহৰ পাছতেই আইভিৰ ছোৱালী এজনী জন্ম হ'ল। দিগন্তই ঘৰলৈ খবৰ দিয়া নাছিল। মাকে আনৰ মুখে বাতৰি পাই খবৰ কৰি আহিলগৈ। মাকৰ পোৱা পেট সহ্য কৰিব নোৱাৰে। ছমাহ নৌ হওঁতেই ছোৱালীজনী জন্ম হোৱা পাছততে দিগন্তই কিয় বিয়া-বলিয়া হৈ উঠিছিল, তাৰ উৰহী গছৰ ওৰটো ওলাল। দিগন্তৰ গাত মালবিকা নামৰ লতাডালহে বগাবলৈ দিছিল কিন্তু ভাগ্যৰ বিড়ম্বনা, বগালে আইভিলতা। ইয়াৰ আগতেও আইভিলতা কেইবা ঠাইতো বগাইছিল। মানুহে কয়, আইভিয়ে মাকৰপৰাই সকলো শিকিছিল। বহুতে কয়, তেনেই কম বয়সতেই আইভি নামৰ এই কুন্দত কটা গঢ়ৰ মাখনৰঙী পাখিলাহী ছোৱালী-জনী পাকৈত হৈ উঠিছিল। হোষ্টেলত থাকোঁতে এবাৰ দুপৰীয়া লোকেল্ গার্জেনৰ ঘৰত ভাত খাবলৈ বুলি অনুমতি লৈ গৈ কোনোবা নকল গার্জেনৰ লগত হোটেলত ভাত খাই দুদিন দুৰাতি হোষ্টেললৈ নহাকৈ আছিল। হোষ্টেল ছুপাৰিন্টেণ্ডেন্টে দেউতাকলৈ চিঠি দি মতাই আনি সেইদিনাই আইভিক হোষ্টেলৰ-পৰা পঠিয়াই দিছিল। অত্যন্ত লজ্জিত আৰু ক্ষুব্ধ হৈ পৰমানন্দ ভূঞাই আইভিক বিয়া দি পেলাব খুজিছিল। তেতিয়াই বয়সৰ



ব্যৱধান বহুত বহল হ'লেও বৃকোদৰ বৰুৱালৈ প্রস্তাৱ কৰিছিল। লগতে কৈছিল, সা-সম্পত্তিৰ উপৰিও নগদ দহহেজাৰ টকা দিব। যদিও মানুহে কয়, বিয়া পাতি, সংসাৰ কৰি জোলোকা-জোলোকে পানী খাবলৈ হ'লে ধনী মানুহৰ ছোৱালী বিয়া কৰাবা তথাপি ধন-সম্পতিৰ আশাত বৃকোদৰ বৰুৱাই বলিশালত মূৰ সুমুৱাই দিবলৈ সন্মত হৈছিল। প্রস্তাৱ আহিছিল ভূঞাৰ ঘৰৰপৰাই কিন্তু দিন পুৰণি হৈ যোৱাৰ লগে লগে প্রস্তাৱৰ উম-ঘাম নোহোৱা হ'ল। আইভিয়ে স্থানীয় কলেজ এখনত নাম লগাই আকৌ স্বাভাৱিক জীৱন যাপন কৰিবলৈ ধৰিলে। বৃকোদৰ মাজতে অপদস্থ হ'ল।

সেই আইভি যেতিয়া দিগন্তৰ ঘৰলৈ বোৱাৰী হৈ আহিল, তাই দিগন্তৰ বাহিৰে সংসাৰৰ আন একোৰে কথা ভাবিবলৈ যুক্তি বিচাৰি নেপালে। দিগন্তৰ দেউতাকৰ পেন্সনৰ টকা কেইটাৰে সংসাৰ চলে। উপায় নেপাই অনিতা আৰু বিনীতায়ো চাকৰি কৰিবলৈ সিদ্ধান্ত কৰিলে; নহলে ঘৰ নচলে। দেউতাক দিনক দিনে মুজুৰা হৈ আহিল; আহিল মৌনতা। প্রণীতাই তেতিয়াও পঢ়ি আছিল। অনিতাই কলেজ এখনত অধ্যাপিকাৰ চাকৰি ল'লে, বিনীতা অফিচ এটাত সোমাল। সন্তান তুলি-তালি, পঢ়াই-শুনাই ডাঙৰ মানুহ কৰি দিয়াৰ পাছত, ডাঙৰ মানুহবোৰৰ পিতৃ-মাতৃৰ প্রতি কোনো দায়িত্ব, কোনো কৃতজ্ঞতা থাকিব নেপায় নেকি? কেৱল ভার্য্যা-সম্পত্তিয়েই যথাসর্বস্ব নেকি? এনেকুৱা কৃতঘ্ন সন্তানো মাকে গর্ভধাৰণ কৰে নেকি? পুৎ নামে নৰকৰপৰা পিতৃক উদ্ধাৰ কৰিবলৈ আত্মজৰূপে জন্ম লোৱা পুত্রৰ আচৰণ এনেকুৱাই নেকি? এইবোৰ চিন্তাত ক্ষীণাই-শুকাই দিগন্তৰ দেউতাক অস্থিচর্মসাৰ হ'ল। ওচৰতে থাকি ঘৰলৈ নাহিলে মানুহে অপবাদ ৰটিব পাৰে, গতিকে দিগন্ত দূৰলৈ বদলি হৈ গ'ল।

মাকৰ ইচ্ছা অনিতাৰ বিয়াখন পাতিব লাগে। তাইৰ বয়স

হৈছে। দিগন্তৰ বিয়াখন আৰু তাৰ পৰিপ্ৰেক্ষিতত হোৱা পাৰিবাৰিক পৰিস্থিতিয়ে সিহঁতৰ পৰিয়ালটোৰ স্থান অৱনমিত কৰিলে। উচ্চ-শিক্ষিতা ছোৱালী, য'তে ত'তে যাচিব নোৱাৰি। তদুপৰি বয়স হৈছে। মাকৰ আপত্তি দেউতাকে সকলো চিন্তা এৰি দিনক দিনে স্থবিৰ হৈ গৈছে। অনিতা অন্তৰ্দ্বন্দ্বৰ সন্মুখীন। বয়স বাঢ়ি গৈছে, বিয়া কৰাব লাগে। কিন্তু অনিতা যদি বেইতলত বহি এঘৰলৈ গুচি যায়, ঘৰখন চলিব কেনেকৈ? প্ৰণীতাক পঢ়াব কোনে? তায়ো ভাবে, দাদাকে যদি অন্ততঃ এবাৰ খবৰ কৰিলে-হেঁতেন। মানুহে ঠিকেই কয়, 'পুত্ৰক চিনিবা বিবাহৰ পৰে।' তাই আজিকালি মাক-দেউতাকক এৰি থৈ যোৱাৰ কথা ভাবিবই নোৱাৰে। বিনীতাৰ খং, অনিতাই ইচ্ছা কৰি বিয়া নোসোমায়। লগৰে অধ্যাপক এজনে বিয়া কৰাবলৈ ইচ্ছা কৰিছিল, কিনো বেয়া হলহেঁতেন। তাই আকৌ মানুহটো চুলুং, পাতল, জুৱা খেলে বুলিয়েই ইচ্ছা নকৰিলে। বিয়াৰ পাছত শিক্ষা-দীক্ষা ঠিক কৰি ল'লেই হ'ল। অনিতা অনিচ্ছুক। এই কথাৰপৰাই সিহঁত দুজনীৰো মনান্তৰ। আজিকালি আগৰদৰে কথা-বতৰা নেপাতে।

অনিতা প্ৰকৃততে ধুনীয়াই আছিল। এতিয়াও সৌন্দৰ্য্য অটুট আছে। আগ বয়সত তাই বাৰুকৈয়ে নাৰ্চিষ্টিক টেণ্ডেনচিত ভুগিছিল। ৰূপ-চৰ্চাতে সৰহ সময় কটাইছিল। তেতিয়াই বৃকোদৰ বৰুৱাৰ চকুত পৰিছিল অনিতা। অতি গোপনে বৃকোদৰে অনিতাক আপোন কৰি লোৱাৰ সপোন দেখিছিল। বৃকোদৰৰ আত্ম-নিবেদনৰ চাৱনিৰ উমান পাইছিল অনিতাই কিন্তু মনে নেমানিলে; সঁহাৰি দিব নোৱাৰিলে। বৃকোদৰতকৈ অনিতা বহুত ধুনীয়া। একেবাৰেই নিমিলিব। পাছলৈ বৃকোদৰক দেখিলেই অনিতাই তলমূৰ কৰি দিয়া হ'ল। তাৰো পাছলৈ বৃকোদৰক দেখিলেই চকু দুটা ঘোপা কৰি মুখখন গোমোঠা কৰি ঘূৰাই দিয়ে।



বৃকোদৰ নীৰৱ হৈ পৰিল। মনতে ভাবিলে, কেনেকুৱাটোৱে নিয়ে চাওঁচোন। পোনপটীয়া প্ৰস্তাৱ অহা নাই সঁচা, অনিতায়ো দৰা নবছাকৈ থকা নাই। মনে মনে চাই আছে। কলেজত নতুনকৈ যোগ দিয়া তেনেই কম বয়সীয়া দেখনিয়াৰ অধ্যাপক এজন পছন্দ হৈছিল, বেচেৰা বয়সত সৰু, চাকৰিত সোমাইছে মাত্ৰ আৰু তেওঁ প্ৰথম দিনাই 'বাইদেউ' বুলি মাতি সকলো পণ্ড কৰি পেলালে। তথাপি অনিতাই তেওঁক এতিয়াও মৰম কৰে; সম্বন্ধ যেন বায়েক-ভায়েকৰ।

বিনীতাই একে অফিচৰে বঙালীভাষী সহকৰ্মী এজনক বিয়া কৰালে কৰ্টত ৰেজিষ্টাৰী কৰি। দৰাৰ ঘৰত সামান্য সামাজিক মাঙ্গলিক অনুষ্ঠানো অনুষ্ঠিত হ'ল। বায়েকক ডেই থৈ প্ৰণীতাও যাই যেন দেখিছোঁ। বায়েকৰ মতি-গতি ভাল নহয়।

অনিতাই এটা সময়ত ভাবে, বয়স গৈ আছে, বিয়া পাতিবলৈ হ'লে পতাই ভাল। এটা সময়ত ভাবে, দিগন্তই এৰি থৈ যোৱা দায়িত্বখিনি তাইৰ অবিহনে কোনে পালন কৰিব। বিয়া হ'লেও বুঢ়া মাক-দেউতাকক এৰি তাই যাব নোৱাৰে; চাকৰিও এৰি যাব নোৱাৰে। আজৰি পালেই ডাঙৰ আয়নাখনৰ সন্মুখত বহি গাৰ ৰং, দেহৰ ভাঁজবোৰ নিৰীক্ষণ কৰে। কোনোটো অক্ষত হৈ আছে, কোনোটো সলনি হৈছে। গোপন কক্ষত অতি সন্তৰ্পণে যৌৱনৰ সৌন্দৰ্য্যখিনি ঘূৰাই আনিবলৈ চেষ্টা কৰে; পলৰীয়া যৌৱনক ধৰি ৰাখিবলৈ কৃত্ৰিমতাৰ আশ্ৰয় লয়। নিজৰ ৰূপ, নিজৰ অনাবৃত দেহটোলৈ চাই চাই অনিতা মোহিত হৈ পৰে, তৃপ্ত হৈ উঠে, যদিও অতৃপ্ত হৈ থাকে সৃষ্টিৰ চিৰন্তন কামনা-বাসনা। চকুৰ তলৰ পাহিৰ পাৰে পাৰে কাজল ৰেখা টানি চায় চকু দুটা এতিয়াও হৰিণীৰ চকু যেন হৈ আছে। কাচলি উচলি পৰা এবুকু যৌৱন এতিয়াও অটুট আছে। গালে-মুখে পৰিমিত প্ৰসাধন সানি দেখে, যৌৱন বাগৰি যোৱা নাই। বিছনাত

বাগৰি বাগৰি ৰূপ-চৰ্চাৰ আলোচনী পঢ়ি পঢ়ি নিজৰ ৰূপ আৰু যৌৱনক ধৰি ৰখাৰ হাবিয়াস প্ৰকাশ কৰে। বিনীতা গুচি যোৱাৰ পাছত মাকৰ মন উদ্বাউল হৈ উঠিল। পৰিয়ালটোৰ বাবে ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবলৈ আগ বঢ়া অনিতাৰ বিয়াখন পাতি দিব লাগে। তাইয়ো এজনী জীয়া মানুহ, তাইৰো আশা-আকাঙ্ক্ষা আছে।

অনিতাৰ বয়স হৈছে, বৃকোদৰ বৰুৱাৰো বয়স হৈছে। মাকে বৃকোদৰ বৰুৱাক চিনি পায়। এদিন মাকে অনিতাক পোনে পোনেই ক'লে, 'আমি তোক বৃকোদৰ বৰুৱালৈকে কথা পাতি চাব খোজোঁ, কি কৱ। মাকে কাহানিও বিয়া-বাৰুৰ কথা অনিতাহঁতৰ লগত পতা নাই। আজি ইমান মুকলিকৈ সোধাত থত্মত্ খাই গ'ল। অলপ পৰ টলকা মাৰি থাকি অনিতাই ক'লে, 'তোমালোকে যি ভাল দেখা কৰাঁ।'

বৃকোদৰৰ দেউতাক অনিতাৰ দেউতাকৰ একালৰ সহপাঠী বন্ধু। মাকে ভাবিছিল, কথাটো অতি সহজেই সমাধা হ'ব। এদিন অনিতাৰ মাকে লগত প্ৰণীতাক লৈ বৃকোদৰৰ ঘৰত ওলালগৈ। চা-চিনাকি দিয়াৰ খন্তেক পাছতে ঘনিষ্ঠতা আৰু আন্তৰিকতা গঢ় লৈ উঠিল। আহিবৰ সময়ত অনিতাৰ মাকে বৃকোদৰৰ মাক-দেউতাকক উদ্দেশ্য-বিধেয় সকলো বিবৰি কৈ থৈ আহিল। বৃকোদৰৰ দেউতাকে পুৰণি বন্ধুত্ব স্থায়ী মিত্ৰতালৈ ৰূপান্তৰিত হোৱাৰ উপক্ৰম দেখি আনন্দিত হ'ল।

বৃকোদৰে সেইদিনা অনিতাৰ মাকৰ আগমনৰ বাতৰি পাই সচকিত হৈ উঠিল। কথাৰ গুৰি ক'ত? বৃকোদৰৰ মাকে পুতেকক সকলো কথা বিবৰি ক'লে। বৃকোদৰ অনিতাৰ প্ৰতি আকৰ্ষিত হৈছিল সঁচা, কিন্তু সঁহাৰি নেপালে। অনিতাই বৃকোদৰৰ চাৱনিৰ প্ৰতি তাচ্ছিল্যসূচক মন্তব্য কৰিছিল, সেই কথা আহি বৃকোদৰৰ কাণত পৰিছিল আৰু মনত আঘাতো পাইছিল। গতিকে তেওঁৰ আগমনক সহজে ল'ব নোৱাৰিছিল।



মাকৰ সফল প্ৰত্যাৱৰ্ত্তনৰ পাছত অনিতা মনে মনে সাজু হৈছিল। যদিও এসময়ত বৃকোদৰ বৰুৱাক চকু পাৰি দেখিব নোৱাৰিছিল, কিন্তু মাকে যিদিনাই বৃকোদৰ বৰুৱাৰ লগত কথা পাতি চোৱাৰ কথা ক'লে, সেইদিনাই বৃকোদৰ বৰুৱাৰ ছবি এটা মনতে থিয় কৰাই লৈ অতীত-ভবিষ্যত সামৰি এটা পুনৰীক্ষণ কৰিলে। এইবেলি অনিতাই দেখিলে, বৃকোদৰ একো বেয়া নহয়; প্ৰয়োজনতকৈ অলপ বেছি শকত আৰু পেটুৱা। কপালৰ কাষৰ চুলি সৰি তালুখন চিকুচিকীয়া হৈ জিলিকিছে। বিদ্যাই-বুদ্ধিয়ে সমাজত জাকত জিলিকা। অনিতাৰ ভাল লাগি গ'ল। অনেক প্ৰতীক্ষাৰ অন্তত অনিতাৰ জীৱনলৈ সেই চিৰ আকাঙ্ক্ষিত দিনটো আহিব। অনিতা বৃকোদৰৰ সুখ-দুখৰ সমভাগী হ'ব; সমানুভূতিয়ে দুটি মন পৰশি এটি মনৰ ভেটি ৰচনা কৰিব। অনিতাৰ নামৰ পাছত শইকীয়া গুচি বৰুৱা হ'ব। ক'ব নোৱৰাকৈয়ে অনিতাই মেজৰপৰা কলমটো তুলি লৈ লিখি পেলালে, মিছেছ অনিতা বৰুৱা। লিখি উঠি নিজৰেই লাজ লাগি গ'ল। পঢ়িব নোৱৰাকৈ চিঞাহীৰে কাটি পেলালে। চকীৰপৰা উঠি গৈ বেড্ৰুমৰ দুৱাৰৰ খিলিটো বন্ধ কৰি দিলে। ড্ৰেচিং আয়নাখনৰ সন্মুখত বহি হাত দুখনেৰে মুখখন মোহাৰি ভালকৈ চালে। তাই ধুনীয়া। এতিয়াও চালৰ ৰং অটুট আছে। আই-ব্ৰু পেন্সিলডাল লৈ চেলাউৰি যুৰিৰ ওপৰে ওপৰে গভীৰকৈ আঁকি দিলে। চকুৰ কোণৰ ৰেখাডালৰ লগত মিলাই দুটা আঁচ মাৰিলে। চকুযোৰ বহলকৈ মেলি নিজেই আপোন-পাহৰা হৈ গ'ল। অনিতা নামৰ এই সুন্দৰী গাভৰুজনী বয়সৰ বুকুত হেৰাই যাব খুজিছিল; বৃথা বৃথা লাগিছিল এই সৌন্দৰ্য্য-চৰ্চা। চকুৰ পাৰে পাৰে এটি সূক্ষ্ম ৰেখা আঁকি দি নিজেই নিজকে প্ৰশ্ন কৰিলে, এনেকুৱা ধুনীয়া চকু কেইজনী গাভৰুৰ আছে? কপালৰ ঠিক মধ্যবিন্দুত সৰুকৈ ফোঁট এটা আঁকি লৈ সেওঁতাৰ ৰেখাডাললৈ লক্ষ্য কৰিলে। এইবেলি

এইখিনিতো এধানমান সেন্দুৰ ল'ব লাগিব। প্ৰসাধন-চৰ্চাৰ লগত আৰু এটি অপৰিহাৰ্য্য কাম সংযোজিত হ'ব। ছুটকেছ এটা খুলি গুণাৰ বনকৰা কাপোৰ এযোৰ উলিয়াই মেখেলাখন পিন্ধি পাছফাললৈ বাওঁহাতে ডিঙি বেঁকাকৈ ঘূৰি পাতলিটোলৈ চালে; জিকমিকাই আছে। চাদৰখন উলিয়াই কঁকালত খুঁচি বাওঁকান্ধেদি এডোল পাৰ কৰি আগফালৰ পাৰিটোলৈ চালে। সোঁফালে-বাওঁফালে ছুৰিৰমান ঘূৰি আয়নাখনলৈ চালে। অনিতা অভিভূত হৈ গ'ল। ৰূপ-সৌন্দৰ্য্য-যৌৱন আৰু আশা-আকাঙ্ক্ষাৰে উপচি পৰা এই কন্যাজনী অতদিনে ক'ত শিলা হৈ আছিল। অহল্যাৰ দৰে আজি কাৰ পৰশত সাৰ পাই উঠিল। মুখৰ ওপৰেদি তৃপ্তি আৰু আনন্দৰ এটি কমনীয় আভা পাৰ হৈ গ'ল। হঠাৎ মনলৈ আহিল, এই ঘৰখন এৰি যাব লাগিব। থাকি যাব বৃদ্ধ পিতৃ-মাতৃ, এজনী গাভৰু ভনীয়েক। এই ভাব মনলৈ অহাৰ লগে লগে অনিতাক বিষন্নতাই আৱৰি পেলালে। পাটৰ কাপোৰ যোৰ সলকাই পালেংখনলৈ দলিয়াই দিলে। এটা অভিশাপৰ ভাব আহি দিগন্তক গিলি থওঁ যেন কৰিলে। বংশৰ কলঙ্ক, স্ত্ৰৈণ, নিজত্বহীন। এজনী চৰিত্ৰহীনা গাভৰুৰ সৌন্দৰ্য্যৰ চিক-মিকনিত নিজৰ পিতৃ-মাতৃ, বাই-ভনীক পাহৰি যোৱা পুৰুষ দিগন্তক কাপুৰুষ বুলি ধিক্কাৰ দিবৰ মন গ'ল। এইবোৰ কথাকে ভাবি ভাবি তাই পাটৰ কাপোৰ যোৰ জাপি জাপি সিদ্ধান্ত কৰিলে, ভাগ্যক কোনেও ঘূৰাই আনিব নোৱাৰে। ঠিক আছে, তাই বৃকোদৰ বৰুৱাক বিয়া কৰাবলৈ প্ৰস্তুত। তাই সকলো পাহৰি বৃকোদৰ বৰুৱাক আপোন কৰি লৈ যুৱীয়া জীৱনৰ পাতনি তৰিব। বৃকোদৰ বৰুৱাৰ অস্পষ্ট ছবি এখনে মনত ঘনাই ভূমুকিয়াবলৈ ধৰিলে। দিনক দিনে বৃকোদৰক ভাল লাগি আহিল।

বৃকোদৰ বৰুৱাৰ মাকে পুতেকক ক'লে, 'অনিতাৰ দেউতাকে মাকক পঠিয়াই কোৱাইছে বোলে, অনিতাক তোলৈ দি পুৰণি বন্ধুত্ব



স্থায়ী কৰিব খুজিছে।' তই যিহে একাচেকা মানুহ। গতিকে তোৰ মতামত লৈ জনাম বুলি কৈছে। তই কি কৰ ক। বৃকোদৰে যি অনুমান কৰিছিল সি সঁচা। লগে লগে অনিতাৰ কঠোৰ মুখখন উদ্ভাসিত হৈ উঠিল। অৱজ্ঞাৰ চাৱনিৰে মুখখন ঘূৰাই নিয়াৰ ভঙ্গিটো মন পৰিল। অনিতাই চাকৰি কৰে, ভালেমান টকা দৰমহা পায়, দেখাতো ধুনীয়া, বিয়া কৰাব পাৰি। কিন্তু……। কিন্তুৰ সংখ্যা বাঢ়িল। কথাটোৰ উত্তৰ নিদি মাকৰ ওচৰৰপৰা আঁতৰি গ'ল। বৃকোদৰ সাতঘাটৰ চেঙেলি নহ'লেও তেল পৰি পিছলা চেঙেলি। উলটি গৈ মাকক ক'লে, 'অনিতাই মোক চকু পাৰি দেখিবই নোৱাৰে। কোনে ক'লে, অনিতাক দিছে বুলি।' মাকে ক'লে, 'মাক নিজে আহিছে। দেউতাৰৰ একান্ত ইচ্ছা, পুৰণি বন্ধুত্ব নতুন হওক, এঘৰ মিতিৰ বাঢ়ক।' বৃকোদৰ বৰুৱাই সেইদিনা একো উত্তৰ নিদি ৰাতিপুৱাই ঘৰৰপৰা ওলাই গ'ল আৰু ৰাতি ঘৰলৈ উলটিল। দেউতাকে পুতেকৰ লগত পোনপটীয়াকৈ কথা নকয়। মাকৰ মুখৰপৰা সহজতে সন্মতি নিদিয়াৰ কথা জানি ক্ষুব্ধ হ'ল। বিশেষ একো নক'লে। পাছদিনা ৰাতিপুৱা মাকে আকৌ সোঁৱৰাই দিলে, 'ক'তা, তই একো নকলি দেখোন।' বৃকোদৰে ক'লে, 'দেউতাৰ যদি বন্ধুত্ব ৰক্ষা আৰু মিত্ৰতা কৰাৰেই ইচ্ছা, মই প্ৰণীতাক বিয়া কৰাবলৈ প্ৰস্তুত আছোঁ। অনিতাৰ বিয়া হৈ গ'লে মই প্ৰণীতাক বিয়া কৰাম।'

যথাসময়ত বৃকোদৰৰ অভিপ্ৰায় অনিতাৰ দেউতাকক জনোৱা হ'ল। কথা শুনি অনিতা উচপ্ খাই উঠিল। মুখেৰে একো মাত নেমাতিলে। মাকে মাথোন ক'লে, 'এইবোৰ পাছ কথা, আমি বহুত ভাবি-শুনি অনিতাৰ কথাহে ভাবিছিলোঁ।' তাৰ পাছত বহুত দিন নীৰৱ।

বছৰ বাঢ়ি গৈ আছে, মালবিকা এতিয়াও জীয়ৰী হৈ আছে, সেই ৰূপ, সেই সৌন্দৰ্য্য অটুট আছে, মাথোন বয়স কমি গৈছে,

লগৰ ‘ছোৱালীৰ এতিয়াও বিয়া হোৱা নাই।’ পৰমানন্দ ভূঞাই পেন্সন পাবলৈ বেছি দিন নাই, চুলি পকিছে। আইভি আৰু দিগন্তৰ মনত সামান্য ফাট মেলিছে। দেউতাকহঁতলৈ মনত পৰে, অত বছৰে লাজ বহিল, ঘৰমুৱা হোৱাৰ কথা সাহসে নুকুলায়। আইভিৰ তীক্ষ্ন-দৃষ্টিৰ আঁৰত ভনীয়েকহঁতলৈ সহানুভূতি উপজিলেও, সি পঙ্গু, নিৰৰ্থক।

বৃকোদৰ বৰুৱাৰ জীৱনত দুকুৰি বছৰ বয়সলৈকে যেতিয়া যৌৱনে বিদায় লোৱা নাই, আৰু বছৰচেৰেক বাট চাব পাৰিব।

## ছয়

‘ঈশ্বৰে পাতে ; মানুহে ভাঙে।’ ঈশ্বৰে পতা যোৰাও মানুহে ভাঙে। মানুহে পাতিব নোৱাৰিলেও ভাঙিব পাৰে ; কেৱল ভঙাই নহয় ভাঙি চূৰ্ণীকৃত কৰিব পাৰে। মই বৃকোদৰ বৰুৱাৰ বিয়াৰ ক্ষেত্ৰতেই এই কথা হাড়ে হাড়ে উপলব্ধি কৰিছোঁ। বিয়া কেতিয়া ভাগে, কি কি কাৰণত ভাগে, কিয় ভাগে, মই ভাবি-চিন্তি এতিয়ালৈকে খাটাং কৰিব পৰা নাই। কিছুমান বিয়া ফুলতে মৰহি যায় ; প্ৰস্তাৱ দিয়ে প্ৰস্তাৱ নাকচ। কিছুমান প্ৰস্তাৱ আগ বাঢ়ে কিন্তু কথা-বতৰা পাতোঁতে কিবা আগ-পাছ হয় ; প্ৰস্তাৱ নাকচ। কেতিয়াবা কোনো পক্ষই কথা বঢ়াই কয় ; সি পক্ষই সহ্য কৰিব নোৱাৰে, গতিকে ‘বিয়া হব নোৱাৰে বুলি কাৰ্ফিউ দিয়ে। কেতিয়াবা ঘটনাই এনেকৈ পাক লয় যে হোৱা বিয়া ভাগি যায়। কেতিয়াবা বেনামী চিঠিয়ে বিয়া ভাঙে, কেতিয়াবা টুটকীয়াই বিয়া ভাঙে। কেতিয়াবা মাক-বাপেকে বিয়া ভাঙে, কেতিয়াবা বায়েক-ভিনিয়েকে বিয়া ভাঙে, কেতিয়াবা স্বয়ং দৰা-কন্যায়ো বিয়া ভাঙে। এনেকৈ বিয়া ভাগিলে কেতিয়াবা এনেকৈ চকুপানী ববলৈ ধৰে যে তাৰে মুখ-হাত ধুই জা-জলপানো খাব পাৰি।

এইখন হোৱা বিয়া ভাগি গ'ল। বৃকোদৰ বৰুৱাৰ জীৱনতহে এনে ঘটনা ঘটিছেনে; আনৰ জীৱনতো ঘটিছে, মই কব নোৱাৰিলোঁ। বিয়াখন ঘৰৰ সকলোৰে সন্মতিক্ৰমেই বন্দোৱস্ত হৈছিল আৰু বন্দোৱস্ত কৰিবৰ দিনা ককায়েক-বৌৱেক, বায়েক-ভিনিয়েক, মাক-মোমায়েকৰ উপৰিও স্বয়ং বৃকোদৰ বৰুৱা উপস্থিত আছিল।

'কোৰাম' হোৱাৰ কথাই নুঠে, কাৰ্য্যকৰী সমিতিৰ আঠাইবোৰ সদস্যই উপস্থিত আছিল। দেউতাকেও মাকৰ যোগেদি প্ৰক্সি দিছিল। বাতৰিটো পাই, অন্ততঃ মই আশা কৰিছিলোঁ, এইবেলি বৃকোদৰ বৰুৱাৰ ডিঙিত জৰী লাগিল। 'অ'ত কৰিবা হৰক-তৰক, ত'ত কৰিবা কি ?' মই মনে মনে বেছ আমোদ উপভোগ কৰিছিলোঁ। লগতে ফূৰ্ত্তি কৰিছিলোঁ, বোলোঁ, বৰকৈ চটবটাই ফুৰিছিলা, এইবেলি ঘিজনী পাইছা, নাকত ধৰি চাকত ঘূৰাব। গুৱালে নাকী লগোৱা মতাম'হ লৈ ফুৰোৱাদি লৈ ফুৰাব।

বৃকোদৰ বৰুৱা গৈছিল ডিগবৈলৈ। তাতে ভিনিহিঁয়েকে চাকৰি কৰে। হঠাৎ দেখা হ'ল ইন্দ্ৰজিৎ বৰুৱাৰ লগত। ইন্দ্ৰজিৎ বৰুৱা বৃকোদৰৰ সহপাঠী, বিয়া কৰাইছে ডিব্ৰুগড়ৰপৰা। ইন্দ্ৰজিৎ বৰুৱাই বৃকোদৰ বৰুৱাক চাহ খাবলৈ নিমন্ত্ৰণ জনালে। ইয়াত টাইপ মনোবৃত্তিটো বৰ একাচেকা। ইটো টাইপৰ মানুহ সিটো টাইপলৈ ; আৰু ঘাইকৈ ওপৰ টাইপৰ মানুহ তলৰ টাইপলৈ যাবলৈ বৰ টান পায়। গতিকে ফুৰা-চকাৰ ঠাই বৰ সীমাবদ্ধ। বৃকোদৰ বৰুৱাৰ টাইপ নাই কিন্তু যি টাইপৰ ঘৰত সোমালেগৈ, তাৰ তলৰ টাইপৰ চিনাকি মানুহৰ ঘৰলৈ গ'লেও বেয়া পায়। হঠাৎ বাটে বাটে গৈ থাকোঁতে ইন্দ্ৰজিৎ বৰুৱাক লগ পালে। চৰকাৰী চাকৰিয়াল বৰুৱাক পাই বৃকোদৰ তালৈকে গ'ল। নানা তৰহৰ কথা ওলাল। অৱশেষত ওলালগৈ বিয়াৰ কথা। বৃকোদৰ বৰুৱাই সহপাঠী বন্ধুক পাই মন মুকলিকৈ ক'লে, 'বিয়া পাতিব লাগে। পাৰিলে এই মাহতে বিয়া পাতোঁ। কিন্তু কি ক'ম ? ছোৱালীকে নিদিয়ে দেখোঁ। খেতোৱে বোলে বুঢ়া, খেতোৱে বোলে আদহীয়া, খেতোৱে আকৌ আন ধৰণেৰেই নিন্দায়। সঁচাকৈ কৈছোঁ, মনেখোৱা ছোৱালী পালে, এই মাহতেই বিয়া পাতিবলৈ মই প্ৰস্তুত।' বৃকোদৰৰ ইমান ৰেডিমেড্ উত্তৰ শুনি ইন্দ্ৰজিৎ বৰুৱাই ক'লে, 'চোৱাঁ মোৰ এজনী খুলশালী আছে। বি-এ পাছ কৰি ল পঢ়ি



আছে। অহা বছৰ ফাইনেল দিব। চেহেৰা-পাতি আমাৰ শ্ৰীমতীক চালে চাবই নেলাগে, সাইলাখ বায়েকৰ ভনীয়েক। হেৰা, এইফালে আঁহাচোন। চোৱাঁ, এওঁ যেনেকুৱা লীনাও তেনেকুৱা। এওঁৰদৰে ওঠৰ কাষতে° তেওঁৰো এটা তিল আছে। পছন্দ হৈছেনে ? যদি হৈছে, মই আজিয়েই শহুৰক টেলিফোন কৰি খবৰ দিওঁ। তুমি যদি চাব খোজা মই কাইলৈ বা পৰহিলৈ লৈ যাব পাৰোঁ।' বৃকোদৰ বৰুৱাই অতি সহজতে উত্তৰ দিলে, 'ঠিক আছে, মই কাইলৈ ঘৰলৈ খবৰ দিওঁ। মোৰ কথাই কথা। বাইদেউ-ভিনদেউ ইয়াতে আছে। বাইদেৱেহে অথালি-পথালি কৰি থাকে, এই বাইদেৱে ওঁ বুলিলে, দেউতা-বৌটিৰ কোনো আপত্তি নাই। পাছদিনা পুৱাই উভয়পক্ষলৈকে টেলিফোন যোগে বাতৰি দিয়া হ'ল। পাছৰটো দেওবাৰে বিয়া বন্দোবস্ত কৰিবলৈ দিন থিৰাং কৰা হ'ল।

নিৰ্দ্দিষ্ট দিনত কুৰুক্ষেত্ৰত কুৰু-পাণ্ডৱৰ ৰথী-মহাৰথীসকল সমবেত হোৱাদি বৃকোদৰৰ পক্ষত ককায়েক-বৌৱেক, বায়েক-ভিনিহিয়েক, মাক-মোমায়েক সন্মুখ হৈ ওলালগৈ। মোমায়েক সাক্ষাৎ শকুনি। তেওঁক লগত নিলেও বিপদ, নিনিলেও বিপদ। তেওঁ বিয়া বন্দোবস্ত কৰি উলটি আহিবৰ সময়ত এনেকুৱা একোটা বাক্য এৰি থৈ আহে যে তাৰ পৰিণতি মিলন নহৈ বিচ্ছেদহে হয়। নিনিলেও মায়েক-মোমায়েক দুয়ো ঠেহ পাতি বৃকোদৰৰ ঘৰলৈকে আহিবলৈ এৰে। সিপক্ষৰ ধনুৰ্দ্ধৰসকল হ'ল ইন্দ্ৰজিতৰ শহুৰেক-শাহুৱেক, দদাশহুৰেক খুৰী-শাহুৱেক, ইন্দ্ৰজিৎ ভাৰ্য্যা মীনা, তদুপৰি ইন্দ্ৰজিতৰ মাক-দেউতাক। দুয়ো পক্ষ আলোচনাত বহিল। লীনাই চাহ-জলপান দিলে। সেই সুযোগতে বৃকোদৰৰ পক্ষৰ মানুহে লীনাক চালে। বংশ-গৌৰৱ, বিদ্যা-বুদ্ধিৰ কথা আগতে জনাই আছিল। এইবেলি কন্যাকো দেখিলে। ধুনীয়া ছোৱালী। গাৰ বৰণ বগা, মিহি। চকুত এযোৰ ক'লা ফ্ৰেমৰ চশ্মা, যি

লীনাৰ মুখখন আৰু গহীন কৰি তুলিছিল। নিয়মীয়া গা-গাৰি; বৃকোদৰৰ লগত খাপ খোৱাকৈ ওখ। চাহ-জলপান খোৱাৰ পাছত বৃকোদৰ আৰু বায়েকে ফুচ্ফুচাই কথা পাতিলে। তাৰ পাছত বায়েকে কাণে কাণে মাকক কিবা এটা ক'লে। খন্তেক বিৰতিৰ পাছত বৃকোদৰৰ ভিনিহিয়েকে মুকলিকৈ ক'লে, 'আমাৰ ছোৱালী পছন্দ হৈছে। বিয়াৰ দিন-বাৰ হ'ব, আঘোণত নহ'লে মাঘ-ফাগুনত। আমি আঙঠি এটা লৈ আহিছোঁ, পিন্ধাই থৈ যাব খুজিছোঁ।' লীনাৰ দেউতাক পুৰণি ধৰণৰ একুৰীয়া মানুহ। তেওঁ ক'লে, 'আমাৰো দৰা পছন্দ হৈছে। আপোনালোক সকলো আহিছে, মই ভাল পাইছোঁ। ছোৱালী মই দিম কিন্তু জ্যোতিষত মোৰ অগাধ বিশ্বাস। মোৰ এজন বিশ্বাসী জ্যোতিষী আছে, মই এবাৰ তেওঁক চোৱাই ল'ব লাগিব।' বৃকোদৰৰ কোষ্ঠীৰ নকল লগতে থাকেই। তদুপৰি মনত ৰৈ গৈছে, কোন ঘৰত কি গ্ৰহ আছে। ৰা, কে, বু, ৰৃ, শ, ম, বৃ, চ, ৰ কেইটা বৰিয়াকৈ সজাই ৰাশিচক্ৰটো আঁকি দিলে। এঘৰত লং লিখি দিলে। জন্ম চনটো পাহৰিলে বুলি ফাঁকি দিলে। কাৰণ, সেইটো জানিলে মানুহে জানোচা বুঢ়া বুলি কয়। লীনাৰ দেউতাকে অন্য এজন জ্যোতিষীৰ হতুৱাই চোৱাই-চিতাই ল'লে ডিব্ৰুগড়তে থকা সম্পৰ্কীয় এজনৰ যোগেদি খাটাং সমিধান জনাই দিব বুলি কথা দিলে। কথা যিধৰণে আগ বাঢ়িল আৰু যি পৰিবেশত কথা-বতৰা সমাধা হ'ল, তালৈ চাই উভয় পক্ষই আশান্বিত হৈ ঘৰাঘৰি গ'ল। কন্যাৰো দৰা পছন্দ হৈছে আৰু এজন আইনজীৱী ডেকাক ভাবী স্বামী হিচাপে পাই বিশেষকৈ সুখী হৈছে।

লীনাৰ দেউতাকে ল'ৰা-ছোৱালীৰ কোষ্ঠীৰ নকল লৈ জ্যোতিষীৰ ওচৰ পালেগৈ। জ্যোতিষীয়ে দুয়োখন কোষ্ঠীৰ নকল লৈ দুটা একেখন কাগজত লিখি লৈ ক'লে, ৰাজযোৰা। নাড়ী-নক্ষত্ৰ গ্ৰহৰ অৱস্থান সকলো ভাল। বিয়া হ'ব পাৰে। আঘোণত দৰাৰ



জন্ম মাহ, বিয়া হ'ব নোৱাৰে। ফাগুনত ৰবি নাহে। গতিকে মাঘ মাহেই বিয়াৰ প্ৰশস্ত সময়। বৰ ভাল যোৰা। চিন্তা নকৰিব। বিয়া ভালে-কুশলেই হৈ যাব।' জ্যোতিষীৰ সমিধান পাই বৃকোদৰৰ সম্পৰ্কীয়জনক খবৰ দিয়া হ'ল। ছোৱালী ধৰিবলৈ যাৰৰ দিনা তেওঁক লগ নধৰাত পেটে পেটে বেয়া পাই আছিল, এতিয়া প্ৰথম খবৰটো তেওঁৰ যোগেদিয়েই যাবলগীয়া হোৱাত তেওঁৰ ঠেহ ভাগিল। কিন্তু সেইটোৱেই খাটাং খবৰ নাছিল, প্ৰাথমিক খবৰহে। ইতিমধ্যে বৃকোদৰে 'দেউতা' বুলি সম্বোধন কৰি ভাবী শহুৰেকলৈ দুখন চিঠি দিলে। এজন জ্যোতিষীয়ে যেতিয়া লাইন ক্লিয়াৰৰ ছিগনেল দিছে, অন্যান্য জ্যোতিষীয়েও তাকে ক'ব এই আশা কৰি বিয়াৰ প্ৰাথমিক কামৰ যা-যোগাৰ চলিবলৈ ধৰিলে। বৃকোদৰে যাক-যেনেকৈ বা-বাতৰি দিব লাগে, তেনেকৈ দিলে।

বৃকোদৰ বৰুৱাৰ বিয়া। তাতে দেখনিয়াৰ, চহকী পৰিয়ালৰ ছোৱালী। শিক্ষিতা। চাৰিওপিনে ফাটি-ফুটি গ'ল। সকলোৱেই গম পালে, এইবেলি বৃকোদৰ বধ ভাওনাৰ যোগাৰ হৈছে ফাগুনত। লীনাৰ দেউতাককো মানুহে সুধিবলৈ ধৰিলে। তেওঁ কয়, 'ছোৱালী দিম সঁচা কিন্তু এতিয়াও খাটাং হোৱা নাই।' লীনাৰ দেউতাকৰ বিশ্বাসী জ্যোতিষীজন বেনাৰসৰ পৰা উলটি আহিল। খবৰ পায়েই তেওঁ গৈ তাত ওলালগৈ। জ্যোতিষীৰ আগত কোষ্ঠীৰ নকল দুটা থৈ ক'লে, 'মই এজন ভাল দৰা পাইছোঁ। এজনে ৰাহি-যোৰা আছে বুলি কৈছে কিন্তু আপুনি ক'লেহে মই বিয়া দিম।' জ্যোতিষীয়ে খন্তেক পৰ চাই ক'লে, ঠিকেই। ৰাজযোৰা। তদুপৰি, লগ্নস্থানৰপৰা অৱস্থিত গ্ৰহৰ মিল আছে। ছোৱালীৰ ৰশি-চক্ৰৰ পঞ্চমত মঙ্গল আৰু শুক্ৰ একেলগে থকাত মানসিক সংঘাতত ভুগিব। এই যোৰাত কন্যা ওপৰহতীয়া হ'ব। অন্য একো বেয়া দেখা নাই। কন্যাৰ গুৰুৱে শুভ বিবাহ

স্থানত অৰ্থাৎ পতিস্থানত দৃষ্টি কৰিছে বিয়াৰ যোগ আছে। কিন্তু'…বুলি জ্যোতিষী বৈ গ'ল। খন্তেক চকু মুদি কিবা এটা চিন্তা কৰি জ্যোতিষীয়ে ক'লে, 'এটা কথা। ল'ৰাৰ গোচৰত গুৰু অশুদ্ধ। অষ্টমত। অষ্টমৰ গুৰু বাধাকাৰক। আশাভঙ্গৰ সূচনা কৰে। তদুপৰি ৰাহু সপ্তমত। সপ্তমৰ ৰাহুৱে বাধা দিব।' জ্যোতিষীৰ কথা শুনি লীনাৰ দেউতাকৰ উচ্ছ্বাস অলপ শাম কটা যেন লাগিল। তেওঁ সুধিলে, 'মোৰ ছোৱালীৰ কোষ্ঠিত কিবা দোষাদোষ আছে নেকি?' 'জ্যোতিষীয়ে ক'লে, 'নাই। কিন্তু বিয়াখনত বাধাৰ লক্ষণ আছে।' 'এইবোৰ গ্ৰহ-দোষ খণ্ডাবৰ উপায় নাই নেকি? ব্যৱস্থা দিয়ক,' লীনাৰ দেউতাকে ক'লে। জ্যোতিষীয়ে উত্তৰ দিলে, 'এইবোৰ দৰাঘৰৰ কাম, তেওঁবিলাকে যি কৰে কৰক।' বৃকোদৰৰ যদিও জ্যোতিষ-বিশ্বাসী, এই ক্ষেত্ৰত সেইবোৰলৈ বৰকৈ মন-কাণ নিদি মাথোন খৰ-ধৰকৈ বিয়াখন হৈ যোৱাৰ ক্ষেত্ৰতহে জোৰ দিলে। দেখনিয়াৰ গুণী ছোৱালী যেতিয়া ইমান জ্যোতিষত ভৰ দি কি লাভ?

বৃকোদৰ বৰুৱাৰ এই বিয়াখন বন্দোৱস্ত হোৱাৰ বাতৰিয়ে অন্ততঃ চাৰি ঘৰ মানুহৰ চকুৰ টোপনি নাইকিয়া কৰিলে, ইপিনে বৃকোদৰ বৰুৱা নাক ঘোঁৰ-ঘোঁৰণি তুলি টোপনিত লালকাল। ভাবী শহুৰেকলৈ খনে খনে চিঠি দিবলৈ ধৰিলে যাতে তেওঁৰ ভাবী জীৱন-লগৰীয়ে তেওঁৰ মনৰ অৱস্থাৰ গম পায়। শহুৰেকেও যাতে উপলব্ধি কৰিব পাৰে যে ভৱিষ্যতে বৃকোদৰ এজন 'ইতি—আপোনাৰ একান্ত বিশ্বাসী জোঁৱাই' হ'ব। সেই উদ্দেশ্যে চিঠি মাকো মৰাদি মাৰিবলৈ ধৰিলে। আহিন মাহৰ শেষত আঙঠি পিন্ধাই দিন লোৱাৰ কথা।

বৃকোদৰ বৰুৱাৰ পুৰণি শিক্ষক সৰ্বানন্দ শইকীয়া। শইকীয়াই ছাত্ৰ হিচাপে বৃকোদৰক বৰ মৰম কৰিছিল। সেই সূত্ৰে বৃকোদৰ আৰু শইকীয়া ছাৰৰ মাজত নিবিড় সম্পৰ্ক গঢ় লৈ



উঠিছিল। শইকীয়াৰ তিনিজনী জীয়েক। তিনিওজনী উঠন ছোৱালী। বয়স হৈছে। এজনীৰো বিয়া বন্দোৱস্ত হোৱা নাই। শইকীয়ানীয়ে কেইবাদিনো শইকীয়াক সোঁৱৰাই দিছে, কিন্তু শইকীয়াই কথাটো ক'ব খুজিও ক'ব পৰা নাই; জানোচা মানুহে স্বাৰ্থপৰ বোলে। চোকাবুধীয়া ল'ৰা পাই, মৰম কৰি কৰি ঘৰ লগাই, এতিয়া জোঁৱাই পাতিছে বুলি যেয়ে সেয়ে ক'ব। বৃকোদৰে নিজে বা ঘৰৰ মানুহে আগ ভাগ ল'লে ক'বলৈ একো নাই। এই এটা ব্যক্তিগত স্বাৰ্থৰ বাবেই এজন মৰমৰ ছাত্ৰৰ শ্ৰদ্ধাখিনি হেৰুৱাবলৈ ইচ্ছা নাই। শিক্ষকৰ সম্পত্তি ছাত্ৰৰ শ্ৰদ্ধা আৰু সন্মানখিনি মাত্ৰ। জীয়ৰী জীয়েকৰ মাক হিচাপে শইকীয়ানী যথেষ্ট সচেতন কিন্তু তেওঁ প্ৰয়োজনতকৈ অধিক গহীন আৰু কথা কম কয়। যেতিয়াই শুনিলে যে বৃকোদৰ বৰুৱাৰ লগত ইন্দ্ৰজিতৰ খুলশালীয়েকৰ বিয়া বন্দোৱস্ত হৈছে, সেইদিনা শইকীয়া-শইকীয়ানীৰ চকুলৈ টোপনি নাহিল। শইকীয়ানীয়ে শইকীয়াক একপ্ৰকাৰ অকামিলা, অপদাৰ্থ, সংসাৰৰ লগত সম্বন্ধ নথকা, ঘৰৰ খা-খবৰ নৰখা মানুহ বুলি ঠাৰৰ কৰি অনেক বঢ়া বচন বুলিলে। কোনো কথাৰেই একো উত্তৰ নিদি শইকীয়া নিমাত, নিৰুত্তৰ, নিশ্চল হৈ ৰ'ল। 'চোৰ গলে বুধি, বৰঘুণ গলে জাপি', পাছদিনা কথাটোনো কিমান সঁচা খবৰ লবলৈ বুলি ডিব্ৰুগড় পালেগৈ।

বৃকোদৰৰ ককায়েক এজনে বিয়া কৰাইছিল বিপুল ফুকনৰ ছোৱালী। এই গৰাকী বৌৱেক স্বভাৱে-চৰিত্ৰই, বুৰঞ্জীয়ে-ইতিহাসে বিশেষ নামজ্বলা আছিল। বৌৱেকৰ দোষতেই ভনীয়েক কেইজনীৰ স্বভাৱতো দোষ ঘটিছিল বুলি দেখা-শুনা মানুহে কোৱা-কুই কৰিছিল। ইহঁতক লৈ কেইবাখনো উপন্যাস লিখিবপৰা সমল গোট খাইছিল। সেইবোৰ বহলাই ক'বলৈ ইয়াত ঠাইৰ নাটনি। সি যি কি নহওক, বৃকোদৰ মাজে-সময়ে বৌৱেকৰ ঘৰলৈ অহা-

যোৱা কৰিছিল আৰু ককায়েকৰ খুলশালীয়েকহঁতে ‘দাদা’ ‘দাদা’ বুলি উবুৰি খাই পৰিছিল। এদিনলৈ বুলি গৈ দুদিন-তিনিদিন থাকিবলগীয়া হৈছিল। বৌৱেকৰ ভনীয়েক চাৰিজনী। দেখিবলৈ চকুত লগা কিন্তু ঘৰখনত কিবা এটা বিসঙ্গতি আছিল যাৰ বাবে মানুহে ওচৰ নেচাপে। বৌৱেকে বৃকোদৰৰ ককায়েকক ন্যাকী লগাই ধৰি আনি ঘৰচীয়া কৰিহে বিয়া কৰাইছিল, কিন্তু মানুহৰ আগত কিমান ডেকাই বিয়া কৰাবলৈ হামৰাও কাঢ়ি মৰিছিল আৰু বিয়া হোৱাৰ গম পাই খুঁটাত মূৰ খুন্দিয়াই ঠেটেলা কৰিছিল, তাৰ এখন দীঘল তালিকা দাঙি ধৰিছিল। বৃকোদৰ বৰুৱাক উৎসাহ আৰু সুবিধা দিছিল বৌৱেকেই। বৃকোদৰ বৰুৱা যাতে বাধ্য হৈ থাকিবলগীয়া হয়, সেই বাবে ভনীয়েকহঁতে বৃকোদৰৰ জোতা এপাত, ছুৱেটাৰটো, কামিজটো, পৰ্টফলিঅ’ বেগটো লুকুৱাই থৈছিল। চাৰিজনীকৈ গাভৰু ছোৱালীয়ে যেতিয়া হাঁহি-ধেমালি কৰি, গাত ধৰি জোকাৰি আমনি কৰিছিল, তেতিয়া বৃকোদৰে আমনিৰ মাজতেই এক মধুৰ তৃপ্তি অনুভৱ কৰিছিল। হাঁহি আৰু ধেমালিৰ মাজতে এদিনৰ ঠাইত দুদিন-তিনিদিন থাকি গৈ অফিচত ফাঁকি দি ছুটীৰ দৰ্খাস্ত কৰিছিল। এনেকৈ কেইবা বছৰো পাৰ হৈছিল। বৃকোদৰে সিহঁতৰ ঘৰৰ ছোৱালী বিয়া কৰাব খোজা নাছিল। মাকে সিহঁতৰ ঘৰৰ ছোৱালী বুলিলেই তিনি জাপ মাৰি উঠিছিল। কিন্তু, আহ-যাহ আছিল আৰু ডেকা-গাভৰুৰ স্বাভাৱিক আৰ্কষণ নিবিড়তৰ হৈ উঠিছিল। ৰেখা নামৰ মাজু ছোৱালীজনী পঢ়াত ভাল। বাহিৰত বৰ গহীন। অস্বাভাৱিক। লাহে লাহে ৰেখাই বৃকোদৰৰ মনলৈ গতি কৰিছিল। দুটা বিন্দু সংলগ্নকাৰী বিন্দুৰ গতিয়েই ৰেখা। এই মৰমৰ বিন্দুটো ৰেখাৰ বুকুৰপৰা অদৃশ্য গতিৰে গৈ বৃকোদৰৰ বুকুত শেষ হৈছিল। এই সম্পৰ্কৰ কথা বৌৱেকে জানিছিল কিন্তু শাসন কৰিবলৈ চেষ্টা নকৰি পৰোক্ষে উৎসাহিত কৰিছিল।



লাহে লাহে সম্পৰ্ক গভীৰ হৈ আহিছিল। গভীৰৰপৰা গভীৰতৰ হৈ গভীৰতম অৱস্থাত উপনীত হৈছিল। এদিন ৰেখা এনে এটা অৱস্থাত আহি থিয় হৈছিল, য’ৰপৰা পিছ হুঁহকি যাবলৈ পথ নাছিল, পলায়নৰ উপায় নাছিল। নিবিড় সম্পৰ্কৰ পৰিণতি স্বৰূপে, তৃপ্তি আৰু ক্লান্তিৰ বিনিময়ত এসময়ত কেইবাদিনো হস্পিটেলত থাকিবলগীয়া হৈছিল। কোটৰাগত চকু আৰু শুকান মুখ লৈ উলটি আহিছিল। আজিও সেই শ্ৰী, সেই সজীৱতা উলটি অহা নাই। বৃকোদৰ বৰুৱাৰ বিয়া বন্দোৱস্ত হোৱাৰ বাতৰি পাই ৰেখাই কান্দিলে; কান্দি কান্দি চকু উখহি গ’ল। আজি কেইবাদিনো চকুলৈ টোপনি অহা নাই। চকুৰ পতাত ক্লান্তি আছে; শ্ৰান্তি নাই। মূৰটো সকলো সময়তে গৰম হৈ থাকে। পেটত ভোক নাই, মনত শান্তি নাই। বৃকোদৰে কুমাৰী জীৱনৰ যথাসৰ্বস্ব শেষ কৰি এনেকৈ আঁতৰি যাব বুলি ৰেখাই ভুলতো কল্পনা কৰা নাছিল। বৌৱেকে মন্তব্য কৰিছিল ‘এটা মস্ত পাষণ্ড। বাৰু চাম, কেনেকৈ লীনাক বিয়া কৰায়।’ বৌৱেকৰ বিয়া হোৱা বহুত বছৰ হ’ল যদিও আনুগত্যৰ ক্ষেত্ৰত শহুৰেকৰ ঘৰতকৈ মাকৰ ঘৰৰ প্ৰতি অধিক হাউলি পৰা। কেনেকৈ এই বিয়াখন ভাঙিব পাৰি, চিন্তা কৰি কৰি বৌৱেকহঁতৰ চকুৰ টোপনি নহা হ’ল।

উগ্ৰসেন কাকতি। উচ্চপদস্থ বিষয়া। বৃকোদৰ বৰুৱাই এটা চাকৰি বিচাৰিছিল, য’ত উগ্ৰসেন কাকতিৰ হাত আছিল। এদিন কাকতিয়ে শপত-শাতি দি বৰবাবুক কৈছিল, ‘আপুনি নিজে কোৱাবদৰে ক’ব। মোৰ খুলশালীজনী বিয়া কৰাইনেকি, বৃকোদৰক সুধি চাবচোন।’ বৰবাবুৱে ক’লে, ‘মইহে কৈছো, তোমাৰ বিয়া কৰাবৰ বয়স হৈছে, আমাৰ কাকতি অফিচাৰৰ খুলশালীয়েকক বিয়া কৰাব পাৰা। সুধি চামনেকি? ছোৱালী জনী ভাল।’ টোকৰ মাৰিলেই নাৱৰ তলি বুজা মানুহ বৃকোদৰ। সেয়া বৰবাবুৰ প্ৰস্তাৱনে, উগ্ৰসেন কাকতিৰ প্ৰস্তাৱ বুজিবলৈ

বাকী নাছিল। বৃকোদৰে এদিন কাকতিৰ গাড়ীত যাওঁতে খুলশালীয়েক অৰুণাক দেখা পাইছিল। বেছ ধুনীয়া। খৰকৈ চলি যোৱা গাড়ীৰ ভিতৰত বহি যোৱা তিৰোতা মানুহবোৰ আয়নাৰ মাজেদি চকামকাকৈ সদায় ধুনীয়া দেখি। 'দূৰাৎতু পৰ্বতাঃ ৰম্যা।' দূৰৈৰ পৰ্বত শুৱনী। যি কি নহওক অৰুণাক ধুনীয়া যেনেই লাগিল। অৰুণা ধেপ্‌ধেপীয়া বগা। সমুখৰ দাঁত এটা পোকে-খোৱা। ক্ষীণ, হাতৰ সিৰ ওলোৱা। সদায়েই ক'লা ব্লাউজ পিন্ধে—কনট্ৰাষ্ট্ কৰি। বগী ছোৱালী, ক'লা চোলা। বৃকোদৰে কেইবাদিনো চালে। এদিন কিবা এটা অজুহাত উলিয়াই উগ্ৰসেন কাকতিৰ ঘৰলৈকো গ'ল। বৰবাবুৰ উপদেশ শুনি বৃকোদৰে মুখ্য উদ্দেশ্য আগত লৈ, গৌণ অজুহাত দেখুৱাই আহিছে বুলি ঠাৱৰ কৰি, ভালকৈ, মানে দবনিকৈ চাহ-মিঠাই খুৱাই পঠিয়ালে। চাহ-মিঠাই পৰিবেশন কৰিলে স্বয়ং অৰুণাই। অৰুণায়ো হঠাতে এনেকৈ চাহ-মিঠাই খুৱাই বৃকোদৰৰ লগত কথা-বতৰা পাতিবলৈ সুযোগ দিয়ালে চাই যি বুজিব লাগে বুজিছিল। কাকতিয়ে নিজেই ইঙ্গিত দিছিল, বৃকোদৰে মনে বছা চাকৰিটো পাব পাৰে। চাকৰিৰ মোহত, বৃকোদৰে অৰুণাক বিয়া কৰাবলৈ ইচ্ছা কৰিছিল। মাজতে কিছুদিন টনাটনিৰ মাজত পাৰ হ'ল। 'বিয়াখন হৈ যাওকচোন, চাকৰিটোনো কি কথা, হাততে আছে' কাকতিৰ বক্তব্য। 'ভাল দৰমহাৰ চাকৰি এটা নহ'লে, বিয়া কৰাই চলিম কেনেকৈ? চাকৰিটো নোপোৱা লৈকে বাট চাব লাগিব' বৃকোদৰৰ প্ৰত্যুত্তৰ। 'বাঘে-ঘোঙে একে লগে চৰে; কাকো পালে কেৱে নেৰে।' দিন গৈ আছে। বৃকোদৰ বৰুৱাই কাকতিৰ ঘৰলৈ গৈ মিছেহ কাকতিক 'বাইদেউ' 'বাইদেউ' বুলি আপোন কৰি লৈ অৰুণাক মনেদি বহুত আগ বঢ়াই দিলে। তিনি বছৰ পাৰ হ'ল। ইতিমধ্যে কাকতি বদলি হৈ গ'ল। বৃকোদৰক চাকৰিটো দিয়াব নোৱাৰিলে।



তথাপি আশা জীয়াই থাকিল। যেতিয়াই কাকতিয়ে স্বয়ং লীনাৰ দেউতাকৰ মুখৰ পৰাই বৃকোদৰৰ লগত জীয়েকৰ বিয়া বন্দোৱস্ত হোৱাৰ কথা শুনিলে, সেই ৰাতি চকু পতাই পতাই লগ নেলাগিল।

ডাক-বিভাগৰ পিয়নে যেতিয়া খাকী পোছাকটো পিন্ধি চিঠি জাপ লৈ সোমাই আহে, তেতিয়া প্ৰত্যেকেই ব্যগ্ৰ হৈ উঠে, প্ৰত্যেকৰে ঔৎসুক্য বৃদ্ধি পায়, চিঠিখনত বা কি আহিছে। লীনাৰ দেউতাক প'ৰ্টিক'তে বহি আছিল। পিয়নে চিঠিখন দি নামি গ'ল। ঠিকনাৰ আখৰ অচিনাকি দেখি কৌতুহল বাঢ়িবৰে কথা। খামটো খুলি চিঠিখন চাই দেখে কোনোবা ইভা বৰুৱাই লিখিছে নগাঁৱৰ পৰা। চিঠিৰ ভিতৰত থকা কথাৰ সাৰমৰ্ম হ'ল: বৃকোদৰ বৰুৱাৰ লগত ককায়েকৰ খুলশালীয়েক ৰেখা ফুকনৰ বহুদিনীয়া সম্পৰ্ক আছে। ৰেখা ইভা বৰুৱাৰ বন্ধু। সেই সূত্ৰে সকলো কথা জানে। বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে বৃকোদৰ বৰুৱা হোষ্টেললৈ গৈ কেইবাদিনো লৈ গৈছে, ক'লৈ ক'ব নোৱাৰে। সেইটো মানুহলৈ ছোৱালী দি যেন নিজৰ ছোৱালীৰ ভৱিষ্যৎ ধ্বংস নকৰে। চিঠিখন পঢ়ি লীনাৰ দেউতাকৰ হাত-ভৰিবোৰ খন্তেকলৈ চেঁচা পৰি যোৱা যেন লাগিল আৰু মূৰটোত যেন টানকৈ খুন্দা মাৰি গোটেইবোৰ চিন্তাৰ তৰঙ্গত খেলি-মেলি লগাই দিলে। একেটা লেফেফাৰ ভিতৰতে দ্বিতীয় এখন চিঠি লিখি পঠিয়াইছে লীনালৈ। বিষয়-বস্তু একে। লীনাৰ দেউতাক উঠি গ'ল ভায়েকৰ ওচৰলৈ। চিঠি দুখন দি ক'লে 'পঢ়। কি কৰিব লাগে ক। মোৰ সকলো খেলি-মেলি হৈ গৈছে। মূৰে কাম নকৰা হৈছে।' ভায়েকে চিঠিখন পঢ়ি খন্তেকমান তভক মাৰি থাকি ক'লে, 'বিয়াৰ আগতে এনেকুৱা বেনামী চিঠি ওলায়েই। তাতে ইভা বৰুৱাই চিঠিখন লিখিছে নগাঁৱৰপৰা আৰু স্পষ্ট হৈ জিলিকি আছে, এইটো শিৱসাগৰ ডাকঘৰৰ ষ্টাম্প্। দেখাতে চিঠিখন ৰহস্যজনক। এইবোৰ চিঠিত সিমান গুৰুত্ব আৰোপ

কৰিব নেলাগে।' ভায়েকে নিজৰ ঘৈণীয়েকক চিঠিখনৰ কথা ক'লে, আৰু তেওঁ লীনাৰ মাকক ক'লে। ঘৰখনত ভিতৰি ভিতৰি সংঘাতৰ ধুমুহা বৰলৈ ধৰিলে। দেউতাকৰ চকুত টোপনি নাই। এহাতে বৃকোদৰ বৰুৱাৰদৰে দৰা পোৱা টান। তাতে ঘৰে-ঘৰোৱাহীয়ে উপযাচি আহি প্ৰস্তাৱ দিছেহি। বৃকোদৰ বৰুৱাই কেইবাখনো চিঠিও দিছে। আনহাতে, সঁচাকৈয়ে যদি বৃকোদৰে ৰেখা ফুকনক কথা দিছিল, কিবা প্ৰণয়ঘটিত সম্পৰ্ক আছিল। বিয়াৰ পিছতো যদি তাৰেই পুনৰাবৃত্তি হয়, তেনেহ'লে কি হ'ব? লীনাৰ দৰে এজনী নিষ্কলুষ ছোৱালীক জানি-শুনি তেনে এটা পৰিস্থিতিলৈ ঠেলি দি পিতৃ হিচাপে জানো প্ৰকৃত কৰ্ত্তব্য কৰা হ'ব? তদুপৰি বৃকোদৰ ইন্দ্ৰজিতৰ বন্ধু। ইন্দ্ৰজিতেই প্ৰথমতে প্ৰস্তাৱটোৰ আগ-গুৰি কাটিছিল, তেওঁক নোসোধাকৈ সিদ্ধান্ত লোৱা উচিত নহ'ব। ইপিনে বিয়াৰ দিন লৈ, আঙঠি পিন্ধোৱাৰ সময় পাৰ হৈ গৈছে। লীনাৰ দেউতাকৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছে। আনপিনে পৰিয়ালৰ বাকী সকলোৱে বেনামী চিঠিত গুৰুত্ব নিদি বিয়া পাতিবলৈ টানি ধৰিলে। দুই নাও দুই ভৰি।

বেনামী চিঠি পোৱাৰ পাছত হঠাৎ ডিব্ৰুগড়লৈ অহাৰ কাৰণ দেখুৱাই লীনাহঁতৰ ঘৰত সোমাই কৰ্ত্তৃত্বৰ সুৰতে বৃকোদৰৰ বৌৱেকে কৈ গ'ল, 'এইখন বিয়া হ'ব আৰু। আমি আশা কৰি আছোঁ।' আচলতে শব্দ কেইটা ইতিবাচক যদিও অন্তৰ্নিহিত অৰ্থ নেতিবাচক। তেওঁ আহিছিল প্ৰকৃততে চোৰাংচোৱাগিৰি কৰিবলৈ, চিঠিখন পোৱাৰ পিছত কিনো প্ৰতিক্ৰিয়া হৈছে চাবলৈ। বৌৱেকে কি বুজি গ'ল নেজানো, কিন্তু প্ৰতিক্ৰিয়াৰ ধুমুহাই আটাইৰে মনত থৌকি-বাথৌ লগালে। যেতিয়া উগ্ৰসেন কাকতি আৰু সৰ্বানন্দ শইকীয়াৰ প্ৰতিক্ৰিয়াও গোট খাই তিনিমূৰীয়া সমস্যাৰ সৃষ্টি হ'ল, তেতিয়া লীনাৰ দেউতাক স্বাভাৱিকতে বিমোৰ হৈ পৰিল।



বিপদ-বিঘিনি, বাধা-বিপৰ্যয়, ৰোগ-ব্যাধি ওলালেই জ্যোতিষৰ কাষ চাপে, নহ'লে বহুতৰে জ্যোতিষত বিশ্বাস নাই। নিজে জ্যোতিষীৰ কাষ নেচাপি আনৰ হতুৱাই কোষ্ঠীখন চোৱাই আনে। বৃকোদৰ বৰুৱাৰ জ্যোতিষত অগাধ বিশ্বাস। জ্যোতিষৰ মতে হ'বলগীয়া ছোৱালীজনী বিচাৰি থাকোঁতেই ইমান দিন গৈছে। এইবেলি কন্যাৰ দেউতাকৰ গাতো জ্যোতিষৰ বায়ু লাগিল। ঘনাই জ্যোতিষীৰ ঘৰলৈ অহা-যোৱা কৰিবলৈ ধৰিলে। জ্যোতিষীক গৈ ক'লে, 'মোক ভালকৈ চাই কওক। মোৰ ছোৱালীৰ বিয়াৰ যোগ পৰিছেনে নাই? যদি পৰিছে, এইজন ল'ৰাৰ লগত বিয়া নহ'লে আন ঠাইত চেষ্টা কৰিলে, লাভ হ'বনে? মোৰ হাতত কেইবাটাও প্ৰস্তাৱ আছিল। মই এই প্ৰস্তাৱটোৰ ক্ষেত্ৰত আগ বঢ়া বাবে বাকী কেইটাক কথা দিয়া নাছিলোঁ। আপুনি কৈছিল, বাধা আছে। যদি বাধাই আছে, তেনেহলে আগবাঢ়ি কি লাভ?' জ্যোতিষীয়ে ক'লে, 'বাধা আছে সঁচা। এইবোৰ অদৃশ্য শক্তিৰ হাতত। বাধা আছে বাবেই বিয়াৰ সকলো আলোচনা হৈয়ো খাটাং বন্দোবস্ত হোৱা নাই। ছোৱালীৰ বিবাহৰ যোগ আছে।'

ক্ৰীং ক্ৰীং ক্ৰীং। টেলিফোন বাজি উঠিল। লীনাৰ দেউতাকে উৎকণ্ঠিত হৈ উঠিল, যেতিয়া ক'লে, 'স্পিক্ টু গৌহাটী।'

—মই ইন্দ্ৰজিতে কৈছোঁ।

—কোৱাঁ।

—বৃকোদৰহঁত কাইলৈ ডিব্ৰুগড়লৈ যাব। এওঁ মোৰ গাড়ীতে যাব।

—এটা কথা। তুমি কৈ দিয়া, আহিলে আহিব পাৰে, কিন্তু ফাইনেল হ'ব বুলি ভাবি আহিব নেলাগে।

—কিয়?

—বহুত কথা আছে। ফাৰ্‌দাৰ ডেভিল'পমেন্ট হৈছে। তুমি আহাঁ, সকলো গম পাবা।

—বৃকোদৰ ইয়াতে আছে। টেলিফোনটো দিম নেকি ?

—দিয়া।

লীনাৰ দেউতাক উত্তেজিত হৈ উঠিল। মানুহটো চকুৰ আগত নেথাকিলে বহুত কথা ক'ব পাৰি, বদনামো গাব পাৰি। চকুৰ আগতহে কোৱা টান।

—মই বৃকোদৰ বৰুৱাই কৈছোঁ। মই চিঠি দিছিলোঁ, বোধকৰোঁ পাইছে।

—পাইছোঁ।

—মই কাইলৈ ইন্দ্রজিতৰ লগতে যাব খুজিছোঁ।

—আহিলে আহিব পাৰা কিন্তু ফাইনেল হ'ব বুলি নাহিবা।

—তেনেহলে মই নেযাওঁ।

—নহয়, তুমি আহাঁ। মই দুখন চিঠি পাইছোঁ। চিঠি দুখনত লিখা কথাবোৰ মই সঁচা বুলি ভাবিছোঁ। মই চিঠি দুখন তোমাক দেখুৱাম। তুমি মোক সঁচা-মিছা ক'ব লাগিব।

—মই তেনেহলে নোযোৱাই ভাল।

তুমি যি ভাল দেখা কৰিবা।

বৃকোদৰৰপৰা টেলিফোনটো লৈ ইন্দ্রজিতে ক'লে, 'আমি গৈ আছোঁ। বৰুৱাও যাব। কাইলৈ আবেলি পামগৈ।

পাছদিনা বৃকোদৰ নাহিল। ককায়েকে হেনো বৃকোদৰক অকলে যাবলৈ বাধা দিলে।

লীনাৰ দেউতাকৰ মন ভাগি গ'ল। তেওঁ নিজে ৰেখা ফুকন আৰু বৃকোদৰৰ সম্পৰ্কৰ সম্ভাব্যতাখিনি বিশ্লেষণ কৰি চালে। মনটো মুকলি নহ'ল। খাটাং কৰিলে, বিয়া নহ'লেই ভাল। লীনাৰ দেউতাক আৰু ইন্দ্রজিতৰ মাজতো দীঘলীয়া আলোচনা হ'ল। ইভা বৰুৱাৰ চিঠিখন দেখি ইন্দ্রজিতো সচকিত হৈ উঠিল। তথাপি বাধা নিদিলে। বৃকোদৰ সহপাঠী বন্ধু, তেওঁ নিজে চাৰ্টিফিকেট দিব পাৰে—'I do know since his childhood'.



কিন্তু বঢ়াই একো নক'লে। শেষত লীনাক চিঠিখন দেখুৱাই লোৱাটো ঠিক হ'ল। দেউতাকে ক'লে, 'ঠিক আছে, বিয়াৰ আগতে এনেকুৱা বেনামী চিঠি দিয়েই বুলি বিয়া দিলোঁ। জানি-শুনিও যদি ছোৱালীজনীক একো নকওঁ, পিছত কিবা সমস্যা সৃষ্টি হ'লে, ময়েই অনুতাপ কৰিব লাগিব। তায়ো দোষাৰোপ কৰিব পাৰে।' পোনতে মায়েকক চিঠিখন দেখুওৱা হ'ল। মায়েকে ভনীয়েকক চিঠিখন দেখুৱাই ক'লে, 'বিয়াৰ আগতে এনেকৈ বেনামী চিঠি দিয়েই। আচলতে এইবোৰ কথা সচা নহয়। বৃকোদৰ বৰ ভাল ল'ৰা। তেওঁ এনেকুৱা নহয়। তই কি কৰ।'

—মই কি কম। মা-দেউতাই যি কৰে। মোৰ কিন্তু মনটো মুকলি হোৱা নাই।

—তেনেহলে তই খাটাংকৈ কৈ দে।

—মই কি ক'ম ? মই নিজে বন্দোৱস্ত কৰিছোঁনে ?

—তোৰ যদি মনটো মুকলি নহয়, তেনেহলে পিছত সন্দেহ বাঢ়িব। ভুল বুজা-বুজি হ'ব। কৈ দে।

—মই একো নকওঁ। মা-দেউতাই যি কৰে। মোৰ কিন্তু মনত ভয় লাগিছে।

—তেনেহলে মই মাক কওঁ ?

—কি কৰ ক। মোক সুধি নেথাকিবি।

লীনাৰ মনোভাব বুজিব পাৰি দেউতাকে প্ৰস্তাৱটো নাকচ কৰি টেলিগ্ৰাম কৰি দিবলৈকে খাটাং কৰিছিল, কিন্তু লীনাৰ মাক আৰু খুৰীয়েকে কোন কোন ছোৱালীৰ বিয়াত, কোনে কোনে কেনেকৈ বিয়া ভঙাবলৈ বেনামী আৰু জাল চিঠি দিছিল তাৰ উদাহৰণ দেখুৱাই যুক্তি দাঙি ধৰিলে যে বিয়া ভাঙিব নেলাগে। পাতিব লাগে। লীনাৰ দেউতাক দুদিনলৈ ক্ষান্ত হ'ল। তৃতীয়দিনা বৃকোদৰ আৰু ককায়েক-বৌয়েক আহি ডিব্ৰুগড় পাই পাছদিনা লীনাহঁতৰ ঘৰলৈ যাব বুলি খবৰ দিলে। খবৰ পাই পুনৰ আলোচনা-চক্ৰৰ দ্বিতীয় বৈঠক বহিল।

অৱশেষত সিদ্ধান্ত হ'ল, আহিলে আহক, কিন্তু বন্দোবস্ত খাটাং কৰিব নোৱাৰি। এইবেলি বৃকোদৰ স্বয়ং আৰু ককায়েক আহিল; বৌৱেকে পিছ-হুঁহুকা মাৰিলে। যিকি নহওক আকৌ এক ৰাউণ্ড আলোচনা চলিল। পাছৰ দেওবাৰে লীনাৰ দেউতাক গৈ বৃকোদৰৰ ঘৰত কথা-বতৰা পাতি দিন-বাৰ খাটাং কৰি অহাৰ বন্দোবস্ত হ'ল।'

দেওবাৰ। বাট-পথত মানুহ সেৰেঙা। কাউৰী এজনীয়ে আগচোতালৰ আম গছজোপাত ৰমলিয়াই আছিল। লীনাৰ দেউতাক হঠাৎ লীনাৰ ওচৰলৈ গৈ ক'লে, 'লীনা, তই জনা-বুজা ছোৱালী। মই দিন বাৰ লবলৈ যাবলৈ ওলাইছোঁ। তোৰ কিবা ক'ব লগা আছে নেকি? ক।' লীনাই তলমূৰকৈ ক'লে, 'জানো আপোনালোকে কি কৰিছে, আৰু কি কৰিব খুজিছে, মই একো বুজা নাই। মই কি ক'ম? আপুনি যি কৰে।'

লীনাৰ দেউতাকৰ মনটো ব্লাড-প্ৰেছাৰ জোখা যন্ত্ৰটোৰ পাৰা নামি অহাদি নামি গ'ল। মাকৰ ওচৰলৈ গৈ ক'লে, 'মই কাৰো কথা নুশুনো। বিয়া ভাঙি দিলোঁ। টেলিফোনটো দাঙি লৈ ক'লে, 'পুট মি টু ফনোগ্ৰাম।'

—ফনোগ্ৰাম?

—ইয়েচ

—লিখক। বৃকোদৰ বৰুৱা। সৰু চৰাই, যোৰহাট। প্ৰপ'জেল ড্ৰপ্‌ড্। ন' ফাৰ্‌দাৰ নিগ'চিয়েশ্যন। এক্সকিউজ্।

ৰুদ্ৰনাথ হাজৰিকা।

দহ বজাৰপৰা বৃকোদৰে বাট চাই চাই আবেলি পৰত এটা দীঘল হুমুনিয়াহ কাঢ়ি ওলাই গ'ল। পদূলিমূৰতে টেলিগ্ৰামখন পাই ঘৰলৈ আহি মৌন হৈ ৰ'ল। বৌৱেকে ইয়াকে আশা কৰি আছিল। একেপাট শৰেৰে দুয়ো ঘৰকে বধিলে। মন্তব্য কৰি ক'লে, 'চিনাকি ছোৱালী এজনীকে বিয়া কৰোৱা। বৰ বেয়া কথা হ'ল।'

কেইবা দিনলৈকো বৃকোদৰ থৰ-মৰ খাই মুজুকা মাৰি থাকিল।

## সাত

বৃকোদৰ বৰুৱা কাণে-কাণ মাৰি কেলেঙ্কাৰীটোৰপৰা বাচিল। যি য'ত জানে, প্ৰত্যেকেই বৃকোদৰ বৰুৱাকে দায়ী কৰিলে, কাৰণ, বয়স পাৰ হৈ যোৱাৰ পাছতো বিয়া নপতাকৈ থকা ডেকাবোৰক মানুহে সন্দেহৰ চকুৰে চাবলৈ ধৰে। বিয়া পাতি, বাপেকী হোৱা, বয়সে আঢ়ৈকুৰিৰ জপনা গৰকা মানুহেও কেলেঙ্কাৰী কৰে, কিন্তু সেইবোৰ সিমান সঞ্চালনিকৈ নোলায়, ডেকা মানুহৰ হ'লে অলপ বেছিকৈ ওলায়, জীয়ৰী ছোৱালীৰ হ'লে তাৰো দুগুণ অধিক। বৃকোদৰ বৰুৱাই নতুনকৈ লোৱা ভাৰা ঘৰটো পিঠিয়া-পিঠি। ইঘৰে সিঘৰক পাছফালৰ মানুহ বুলি কয়। পাছফালে কোন আছে, বৃকোদৰে জানিবলৈ সুবিধা পোৱা নাই। তেওঁ পুৱাই ওলায় যায় সন্ধিয়া ঘৰ সোমায়হি। এতিয়াও চকু পতা নাই; হোটেলত খায়। চাহটোপা নিজে ষ্টভত কৰি খায়। সন্ধিয়া খন্তেক সময় থাকি পুনৰ ওলাই যায়। ফুৰি-চাকি, ভাত-পানী খাই দহ-এঘাৰ বজাত আহে। বিছনাৰ আঠুৱাখন দাঙি সোমাই থাকে। ৰাতিপুৱা আঠুৱা তোলাৰ অভ্যাস নাই। তিনিমাহমানৰ মূৰত ধোবাক ধুবলৈ দিয়ে আঠুৱা, বিছনা-চাদৰ, বিছনা-ঢকা, গাৰু গিলিপ আটাইবোৰ একেলগে। বৃকোদৰ যেতিয়া টুৰত যায়, তেতিয়াই ধুবলৈ দিয়ে। ডঙুৰা মানুহবোৰ বোধকৰোঁ এনেকুৱাই হয়। পাছফালৰ মানুহঘৰৰপৰা সময়ে সময়ে মিঠা হাঁহিৰ খিল্‌খিলনি আৰু স্পষ্ট কথা-বতৰাৰ টুকুৰা-টুকুৰ শব্দ বতাহত উৰি আহে। কিন্তু মাজৰ পকীবেৰখন বৃকোদৰৰ বাবে ৰহস্য হৈ থিয় দি থাকে।

এদিন ৰাতিপুৱা আঠমান বজাত হঠাৎ বগা পখৰা ধুনীয়া মেকুৰী পোৱালী এটা বৃকোদৰ বৰুৱাৰ কোঠালৈ সোমাই আহিল। আনকালে মেকুৰীটো দেখা নাই। মাছ-গাখীৰ খাবলৈ নেপালে মেকুৰী কেলেই আহিব? মেকুৰী পোৱালীটোৰ পাছে পাছে থুপুক-থাপাককৈ আঢ়ৈ-তিনিবছৰীয়া ধুনীয়া, পুতলাটোৰদৰে শকত ছোৱালী এজনী সোমাই আহিল। কিচ্‌কিচ্‌কৈ ক'লা, কেঁকোৰা-কেকুৰি চুলিৰে ঘূৰণীয়া মুখৰ নিপোটল ছোৱালীজনী দেখি বৃকোদৰৰ মৰম লাগিল। মেকুৰী পোৱালীটো খেদি আহি হঠাৎ বৃকোদৰ বৰুৱাক দেখি উচাপ খাই ৰৈ গ'ল। বৃকোদৰ বৰুৱাই আঁহা আঁহা বুলি মাতি, মৰম কৰি বিস্কুট দুটা হাতত দিলে। তাই কিন্তু বিস্কুট দুটা হাতত লৈ মেকুৰী পোৱালীটোহে বিচাৰি আছিল। কেইমিনিটমানৰ পাছত ঘৰৰ কাষৰ বাটটোৰেদি 'মিনু, অ' মিনু, কেনি গ'লা' বুলি মাক মোৰ দুৱাৰমুখ পালেহি। মিনুৱে 'মিঁউ মিঁউ' বুলি বুজালে যে তাইৰ মেকুৰী পোৱালীটো আহি বৃকোদৰ বৰুৱাৰ শোৱা-কোঠা বেদখল কৰিছেহি। 'চাওঁ, ওলাই আঁহা, এইজনী বৰ দুষ্ট হৈছে' বুলি মিনুৰ মাকে মৰমসনা খং মিহলি চাৱনিৰে ভিতৰলৈ চালে। বৃকোদৰে মিনুক কোলাত লৈ ওলাই আহিল। দুৱাৰৰ মুখতে মিনুৰ মাক ৰৈ আছিল, হৃষ্ট-পুষ্ট চেহেৰাৰ বগী মানুহজনী। থাওকাল। সৰু ফুলৰ ফুটুকা-ফুটুকি শাৰী এখন আৰু তেজী ৰঙা স্লিভলেছ ল'কাট ব্লাউজ এটা পিন্ধি আহিছিল। মিনুৰ মাকৰ সমুখতে মিনুক কোলাৰপৰা নমাই মেকুৰী পোৱালীটো ধৰি আনিবলৈ ভিতৰলৈ সোমাই গ'ল। খন্তেক পাছতে মেকুৰীটো আনি মিনুৰ মাকৰ হাতত দিলে। মাক গুচি গ'ল। ঘৰটোৰ কাষৰ বাটটোৰেদি পাছফাললৈ গ'ল। বৃকোদৰে বুজিলে, মানুহ গৰাকী তেওঁৰ পাছফালেই থাকে, মানে তেওঁৰ পাৰ্টনাৰ।

বৃকোদৰ বৰুৱাৰ মনত এটা কৌতুহলৰ প্ৰশ্ন এৰি থৈ গ'ল, কোন এইগৰাকী মহিলা, কাৰ গৃহিণী, ক'ৰ মানুহ? ভাৰা ঘৰত আছে



যেতিয়া, নিশ্চয় ইয়াৰ স্থানীয় মানুহ নহয়। মানুহগৰাকীৰ চকু কেইটা বৰ উজ্জ্বল, চাৱনি বৰ তীক্ষ্ণ। ঘৰটোৰ আঁৰ হোৱাৰ আগতে এবাৰ মাত্ৰ উলটি চাই গ'ল—বৃকোদৰ বৰুৱালৈ। মিনুৰ মাকক দেখিলেই এনে লাগে-যেন বৰ সুখত থকা বহুত ধন-সম্পত্তিৰ গৰাকিনী তিৰোতা।

উপমা দেউতাকৰ একমাত্ৰ মৰমৰ ছোৱালী। দেউতাকৰ ইচ্ছা আছিল এজন কলেজ বা বিশ্ববিদ্যালয়ৰ অধ্যাপকক বিয়া দিয়াৰ। কিন্তু মাকৰ ইচ্ছা আছিল সুকীয়া। ছোৱালী সুখত থাকিবলৈ হ'লে সৰহীয়া ধন থকা মানুহলৈ বিয়া দিব লাগে। দেউতাকৰ আদৰ্শ, আদৰ্শ হৈয়েই থাকিল। মাকৰ কথাহে ৰজিল। বিৰাজ মোহন বৰুৱাই উপমাক বিয়া কৰাবলৈ প্ৰস্তাৱ দিলে। দেউতাকে প্ৰতিবাদ কৰি উঠিল, 'নাই, এইবোৰ বিভাগত কাম কৰা মানুহবোৰ সাধাৰণতেই দুৰ্নীতি-পৰায়ণ, ধন-বস্তু হ'লে কি হ'ব? মোৰ ছোৱালী এনেকুৱা মানুহলৈ বিয়া নিদিওঁ। কিন্তু জীয়েকৰ ভৱিষ্যত সম্বন্ধে মাক অধিক সতৰ্ক, মাকেহে জানে জীয়েকৰ প্ৰয়োজন কি, কি কি থাকিলে জীয়েক সুখেৰে থাকিব পাৰিব। বিৰাজ বৰুৱা দেখাত চকুত নলগা, সৰুফুটীয়া মানুহ। কিন্তু গাড়ী-বাৰী থকা সম্পত্তিবান মানুহ। মাকৰ মতে, পুৰুষৰ সৌন্দৰ্য্য কেলেই? গুণহে দৰকাৰ। বিৰাজ বৰুৱাৰ অলপ বয়স হৈছে, তাতে আঁহটো বুঢ়া। উপমাৰ লগত চেহেৰাই-পাতিয়ে নিমিলে। কিন্তু মাকৰ একান্ত ইচ্ছা, উপমা বিৰাজ বৰুৱাৰ অতুল সম্পত্তিৰ অধিকাৰিণী হৈ সুখেৰে থাকিব পাৰিব। মাকৰ কথামতেই বিৰাজ বৰুৱাৰ কোষ্ঠীৰ নকল বিচৰা হ'ল। জ্যোতিষীয়ে চাই ক'লে, 'যোৰা আছে, কন্যা প্ৰভুত ঐশ্বৰ্য্যৰ গৰাকিনী হ'ব কিন্তু ল'ৰাৰ কন্যা লগ্ন, ধনস্থানত শনি তুঙ্গী, পঞ্চম স্থান অৰ্থাৎ সন্তান স্থান মকৰৰ অধিপতি শনি, গতিকে শনিয়ে বীৰ্য্যহীন কৰিব, সন্তান লাভত বাধা আছে। কিন্তু কন্যাৰ সন্তান স্থান ভাল, গতিকে গ্ৰহৰ

সাময়িক সংক্ৰমণৰ ফলত সন্তান হ'ব পাৰে।' দেউতাকৰ মন নাছিল, তেওঁৰ মনত এনেয়েও শঙ্কা আছিল, তথাপি মাকৰ একান্ত আগ্ৰহ আৰু উপমাৰো সমৰ্থনত বিয়াখন হৈ গ'ল। জোৰণত অপৰিমিত অয়-অলঙ্কাৰ, কাপোৰ-কানি দেখি মাকৰ বুকুখন উফন্দি উঠিল। দেশত বানপানী বাঢ়ি যোৱাৰ লগে লগে, মানুহৰ অবৰ্ণনীয় দুখ-কষ্ট হোৱাৰ লগে লগে কিছুমান মানুহৰ সা-সম্পত্তি ধন-বিত বাঢ়ি যায়; দেশত খাদ্যাভাৱ হৈ মানুহ মৰাৰ লগে লগে, নিয়ন্ত্ৰণ বাঢ়ি যোৱাৰ লগে লগে কোনো কোনো বিভাগৰ চাকৰিয়ালৰ ধন বাঢ়ি যায়, কোনো কোনো বিভাগত চাকৰি কৰিলে ধন বিচাৰি হাবাথুৰি খাব নেলাগে, শতকৰা হিচাপত ধন আহি থাকে। গতিকে বিৰাজমোহন বৰুৱাই জোৰণত অজস্ৰ টকাৰ অয়-অলঙ্কাৰ দিবলৈ কি চিন্তা কৰিব লাগিছে। বিয়াৰ পাছত উপমাৰ দেহৰ সৌন্দৰ্য্য আৰু অলঙ্কাৰৰ চিক্‌মিকনিয়ে যথাৰ্থতে অনুপমা কৰি তুলিলে। আঁঠমঙ্গলা খাবলৈ আহোঁতে বিৰাজ বৰুৱাই নিজ অৰ্থ-প্ৰাচুৰ্য্যৰ পৰিমাণ দেখুৱাই গ'ল। শহুৰ-শাহুৱেকক মান ধৰি আশাতীত উপহাৰ দি গ'ল। এইবোৰ টকা এনেকৈ খৰচ নকৰিলে, খৰচ কৰিবলৈ ঠাই ক'ত? বেঙ্কত থলে, ঘৰ সাজিলে ইন্‌কম টেক্সে ধৰে, আনৰ নামত থলেও কোনে, কেতিয়া আত্মসাৎ কৰে ঠিকনা নাই। বিৰাজ বৰুৱাই বিয়াখনত পাৰেমানে খৰচ কৰিলে। হঠাৎ কেতিয়াবা খৰচ কৰিবলৈ বুলি কেইবা বান্দিলো নতুন নতুন দহটকীয়া আৰু এশটকীয়া নোট দিলে। উপমাৰ নিজকে ৰাজ-ৰাণী যেন লাগি গ'ল। ইমানবোৰ টকা একেলগে দেখাৰেই সৌভাগ্য হোৱা নাছিল। আঠমঙ্গলা খাই আহিবৰ সময়ত উপমাৰ যোগেদি শাহুৱেকৰ হাতত এহেজাৰ টকা দি আহিল। মাকে ভাবিলে, বিৰাজলৈ উপমাক দি কিমান উচিত কাম কৰিছে।

দিন আগ বাঢ়িল। এবছৰ দুবছৰকৈ তিনি বছৰত ভৰি দিলেহি, উপমা মাক হোৱাৰ সৌভাগ্য হোৱা নাই। প্ৰতি মাহে গা-মূৰ ধুবলগীয়া হ'লেই উপমাৰ খংটো উঠি আহে, আৰু কাণত প্ৰতিধ্বনিত হয়, 'সন্তান লাভত বাধা আছে।' এই ভাবটো মনলৈ আহিলেই ধন-সম্পত্তি সকলো অসাৰ যেন লাগি যায়। কান্দিবৰ মন যায়; মনটো মৰি আহে। একেলগে বিয়া হোৱা উৰ্বশী দুটা পুত্ৰ-সন্তানৰ মাক হ'ল। উপমাৰ কোলা এতিয়াও শূন্য; এতিয়াও কোনো সম্ভাৱনা দেখা দিয়া নাই। উপমাৰ মাকৰো চিন্তা বাঢ়িছে। কেতিয়াবা কেতিয়াবা কিবাকিবি ভাববোৰে উক দিয়ে।

উপমাই ৱাৰ্ডৰ'বত থকা কাপোৰবোৰ লিৰিকি-বিদাৰি চায়, গড্‌ৰেজ আলমাৰীত থকা অয়-অলঙ্কাৰবোৰ এনেয়ে পিন্ধি আয়নাত চাই আহে। এইবোৰ সলাই-পজৰাই পিন্ধিবলৈ দেখোন সুবিধাই নাই। কলিকতাত কৰাই অনা অলঙ্কাৰবোৰৰ জাক-জমকতা বৰ বেছি, পিন্ধিবলৈ ভাল নেলাগে। কিছুমান বৰ গধুৰ। এইবোৰ কাহানিও পিন্ধা নহ'ব। তিনি বছৰ হৈ গ'ল, জোৰণত দিয়া কাপোৰ-কানি কেইসাজো এবাৰকৈ পিন্ধা হোৱা নাই। তদুপৰি এই কেইবছৰত বিয়া, বিহু, পূজা বুলি কিনি দিয়া কাপোৰো আছে। একত্ৰিশ মাৰ্চ আহিলেই টকা বানপানী অহাদি আহে। বানপানী শুকাই যায় কিন্তু বিৰাজ বৰুৱাই যিখিনি টকা গোটাই থৈছে, সি শুকাব নোৱাৰে। উপমাক ইমানবোৰ সাজ-পাৰ অয়-অলঙ্কাৰৰ প্ৰয়োজন নাই; লাগে এটি শিশু, মাতৃত্বৰ গৌৰৱেৰে অলঙ্কৃত হ'বলৈ। উপমা অলপ খিংখিঙীয়া হৈ আহিছে। অৱদমিত আকাঙ্ক্ষাৰ প্ৰতিক্ৰিয়া হয় বাহিৰত। লাহে লাহে কঠোৰ হৈ আহিছে। মানুহৰ স্বাভাৱিক প্ৰবৃত্তিয়েই হৈছে প্ৰতিপক্ষক দোষাৰোপ কৰা। উপমাই মনে মনে বিৰাজকে দায়ী কৰিলে। ইমান ধন-বস্তুৰ প্ৰয়োজন কি, যদি মনত সুখ নেথাকে। উপমাৰ কঠোৰতা দেখি বিৰাজৰো খং উঠা হৈছে, কিন্তু মৰমতে খং কৰিব নোৱাৰে। উপমাৰ অভাৱ নাই;

হাত ধুই ভাত খাব লাগে, কোনো কাম কৰিব লগা নাই। গা-পা ধুই, পিন্ধি-উৰি সাজি-কাচি থাকিব লাগে। সন্ধিয়া গাড়ীত উঠি নগৰত এপাক মাৰি আহিব লাগে। কাম ইমানেই। এৰা, উপমা ইমান সৌভাগ্যৱতী হ'ব, কোনোৱেই ভবা নাছিল। তথাপি, মনত ঘূণে ধৰিছে।

উপমাৰ মাকে বেমাৰ ধৰিব পাৰিছিল; কেইমাহমান উপমাক মাকৰ ঘৰলৈ পঠাবলৈ বিৰাজলৈ চিঠি লিখিলে। বিৰাজো সন্মত হ'ল। উপমাৰ মাকে পোনতে মৌলবীৰ পৰা এটা তাবিজ দিলে। লগে লগে বেজৰ কথামতে পলাশৰ পাত এখিলা গৰ্ভৱতী নাৰীৰ গাখীৰেৰে ঋতুকালত সাতদিন খাবলৈ দিলে, আঠখেলীয়া নামঘৰত শৰাই দি, পুত্ৰ-কামনাৰে এপাহ সোণৰ ফুল দিলে। উপমা একেৰাহে কেইবামাহো থাকিল; মাজে মাজে বিৰাজো আহি থাকেহি। শনিবাৰে পাছবেলা আহে, সোমবাৰে পুৱা যায়গৈ।

কন্দৰ্প, উপমাহঁতৰ চুবুৰীয়া, বয়সত দুবছৰমান সৰু। কন্দৰ্প চেহেৰাই পাতিয়ে কন্দৰ্পই। জুল্‌ফি খত, ঘন ক'লা ঢৌ-কটা চুলি, গৌৰ বৰ্ণ, সবল সুঠাম স্বাস্থ্য। কন্দৰ্পই উপমা ঘৰতে আছেহি বুলি শুনি খবৰ কৰিবলৈ আহিছিল। আচল উদ্দেশ্য কন্দৰ্প, পঢ়ি-শুনি আহি ঘৰতে বহি আছেহি। বিৰাজ বৰুৱাক কৈ উপমাই কন্দৰ্পক কাম এটাত সুমুৱাই দিব পাৰিলে বৰ ডাঙৰ সহায় কৰা হয়। কন্দৰ্পৰ নিজৰ খৰছটো উলিয়াই লব পৰা দৰমহাৰ চাকৰি এটা হ'লেও হ'ব। বৰ টান দিন আহিছে। কন্দৰ্পৰ পৌৰুষ অভিব্যক্তি আৰু সুঠাম দেহ দেখি উপমা চমকিত হৈ ৰৈ গ'ল। তাৰ চাকৰি নাই। ধন নাই। কিন্তু কেৱল ধন থাকিলেনো কি হ'ব? তাইৰ মনত হেজাৰ প্ৰশ্নই বেজাৰহে সৃষ্টি কৰিলে। এদিন উপমাই কন্দৰ্পক বিৰাজ বৰুৱাক চিনাকি কৰি দিলে, এওঁ কন্দৰ্প, আমাৰ ঘৰৰ ওচৰতে ঘৰ। এওঁক চাকৰি এটা লাগে। আপোনাক চিনাকি কৰি দিবলৈ মোক খাটনি ধৰি আছে।' অমায়িক ব্যৱহাৰ, মাৰ্জিত কথন-ভঙ্গি



আৰু দেখনিয়াৰ চেহেৰাই সহজতে বিৰাজ বৰুৱাক মোহিত কৰিলে। কাম খালি হ'লে খবৰ দিবলৈ প্ৰতিশ্ৰুতি দিলে।

উপমাৰ এই ফেৰা সহায়ৰ বাবে কন্দৰ্প কৃতজ্ঞ। এই সূত্ৰ ধৰি কন্দৰ্পৰ আহ-যাহ ঘন হ'বলৈ ধৰিলে। বিৰাজ বৰুৱা অহাৰ খবৰ পালেও আহে। বাইদেউ ভিন্‌দেউ সম্বন্ধৰে কন্দৰ্পৰ সান্নিধ্য বাঢ়িল। কন্দৰ্প উপমাৰ তেনেই আপোন হৈ পৰিল। লাহে লাহে কন্দৰ্পৰ আগমনে উপমাৰ মনলৈ উৎসাহ, প্ৰেৰণা আৰু আশাৰ ৰেঙনি লৈ আহিল। কন্দৰ্পৰ কামদেৱ হেন দেহৰ সৌষ্ঠৱ আৰু অমায়িকতাই উপমাক তলে তলে পৰাজিত কৰি পেলালে।

সেইদিনা সন্ধিয়া কন্দৰ্প আহিছিল। বহুত ৰাতিলৈকে উপমাৰ লগত কথা পাতিছিল। মাকে আমনি পাই কৈছিল, তহঁতৰনো কথা শেষ নহয়নে? বহুত ৰাতি হ'ল, কন্দৰ্প। ঘৰত বাট চাই থাকিব। কন্দৰ্প গ'ল। ৰাতি পুৱা শুই উঠি দুৱাৰ মেলিবলৈ গৈ দেখে, দুৱাৰৰ খিলি খোল খাই আছে। চুলিৰ আগেদি জীৱ গ'ল। ৰাতি উপমাৰ মাকে নিজে দুৱাৰৰ খিলি বন্ধ কৰাৰ কথা মনত আছে, অথচ খিলি খোলা। ঘৰৰ ভিতৰৰ বয়-বস্তুবোৰ ঠিকে-ঠাকে আছে। মাকে খৰ-ধৰকৈ উপমাৰ কোঠালৈ গ'ল। তাইৰ যিমানহে অয়-অলঙ্কাৰ কাপোৰ-কানি আছে, তালৈহে চোৰৰ চকু। গৈ দুৱাৰ মুখত থিয় হ'ল, দুৱাৰ খোলা। বয়-বস্তু সকলো সঠিক অৱস্থাতে আছে। ক্লান্তি, অৱসাদ আৰু তৃপ্তিৰ আবেশত উপমা তলমূৰকৈ শুই আছে; কাপোৰবোৰ মাথোন খেলি-মেলি। দুৱাৰমুখতে মাক মৌন হৈ ৰৈ থাকিল। মনটো গধুৰ হৈ পৰিল।

উপমাৰ ল'ৰাটো বেছ শকত-আৱত। বয়স ছ বছৰ; ছোৱালী জনী তিনি বছৰ। সিহঁতক পঢ়াবলৈ বিৰাজ বৰুৱাই এটা ঘৰ ভাৰা কৰিছিল সাময়িক ভাবে। আচলতে শহুৰেকৰ নামত এটা ঘৰ সাজি আছিল। মানুহৰ চকুত ধূলি দিবলৈ ধনৰ অভাৱ

দেখুৱাই ঘৰৰ নিৰ্মাণ মঞ্জুৰ কৰি দেখুৱাইছিল। অৱশ্যে হঠাতে বদলি হৈ যাবলগীয়া হোৱাত ঠিকাদাৰেও কামৰ গতি ঢিলাই দিছিল। কন্দৰ্পই এটা কাম পাই আহি নগৰৰে মেছ এটাত থকাৰ দিহা কৰিছিল আৰু উপমাহঁতৰ ঘৰলৈ নিয়মীয়াকৈ আহি বজাৰ-সমাৰ কৰি দিছিল। অৱশ্যে ঘৰুৱা কাম-বন কৰিবলৈ দুটা কাঞ্চা ৰাখিছিল। উপমাৰ কাম আছিল, ৰাতিপুৱা গা-পা ধুই পিন্ধি-উৰি ওলোৱা, দুপৰীয়া এঘুমটি শোৱা আৰু আবেলি আকৌ এসাজ সলাই সাজি-কাচি কন্যাজনী যেন হৈ থকা। গধূলি কন্দৰ্প আহিলে তাছ খেলে বা লুডু, চাইনীজ চেকাৰ ইত্যাদি—কেৱল সময় কটাবলৈ। ব্যস্ততা নথকা মনবোৰ চয়তানৰ বাহ। বিলাস বাসনাই মনবোৰ অথৰ্ব কৰি পেলায়, বতাহে কঁপোৱা লতাই য'তে ত'তে, যেনিয়ে তেনিয়ে কোবোৱাৰ দৰে এই মনবোৰ ইফালে সিফালে বাগৰি ফুৰে। আভিজাত্য আৰু ধনেসজা চাক-চিক্যৰ অন্তৰালত এই মনবোৰ নিশা চয়তানৰ দৰে পিয়া-পি দি ফুৰে। দিনৰ দিনটো অলস, অকৰ্মণ্য ভাবে সময় কটাই নিশাৰ আন্ধাৰে পৃথিবীখন আৱৰি ধৰিলেই চয়তানবোৰে বেৰি ধৰেহি। লাহে লাহে উপমাৰ সংসাৰত কন্দৰ্প অপৰিহাৰ্য্য হৈ সোমাই পৰিছিল।

ছমাহমানৰ আগতে কন্দৰ্পৰ বিয়া হৈ গ'ল। ইয়াৰ আগতে ছোৱালী পছন্দ নহয় বুলি উপমাৰ পৰামৰ্শতে কেইবাখনো বিয়া ভাঙিছিল। অৱশেষত ঘৰৰ হেঁচাত কন্দৰ্পই বিয়া পাতিবলৈ বাধ্য হ'ল। এতিয়া কন্দৰ্প ঘৰৰপৰা অহা-যোৱা কৰে। উপমাৰ ওচৰলৈ আহিবলৈ আজৰি নাই। বৃকোদৰ বৰুৱাই পাছফালৰ মানুহ ঘৰৰ বিষয়ে জানিবলৈ ব্যগ্ৰতা প্ৰকাশ কৰিছিল 'যদিও, সুবিধা পোৱা নাছিল। দেওবাৰে আগবেলা এজন সৰুফুটীয়া, বুদ্ধিদীপ্ত চকুৰ আদহীয়া মানুহ বৃকোদৰ বৰুৱাৰ ঘৰলৈ সোমাই আহি নিজেই চিনাকি দিলে, 'মই বিৰাজমোহন বৰুৱা আপোনাৰ



পাছফালৰ ঘৰটোত থাকোঁ।' তাৰ পাছত প্ৰয়োজনীয় কথা-বতৰা হৈ মাজে-সময়ে তেওঁকো যাবলৈ কৈ গ'ল। লগতে ক'লে, 'মোৰ শহুৰে ইয়াতে এটা ঘৰ সজাই আছে, ওলালেই আমি তালৈ যাম। ল'ৰা-ছোৱালী দুটা পঢ়াবলৈহে ইয়াত ভাৰা লৈ আছোঁ। আজি-কালি মিছনেৰী স্কুলত নপঢ়ালে, ল'ৰা-ছোৱালীৰ পঢ়াই নহয়। আমাৰ স্কুলবোৰত নিতৌ একো একোটা ষ্ট্ৰাইক্।' এওঁ অকলে থাকে। মই শনিবাৰে আহি সোমবাৰে যাওঁ। লগত কাঞ্চা দুটা থাকে আৰু ৰাতি বুঢ়ী এজনী থাকে। কেতিয়াবা খা-খবৰ কৰিব।' বৃকোদৰ বৰুৱাক অনাৰেৰী অভিভাৱক পাতি থৈ গুচি গ'ল। যাবৰ সময়ত কৈ গ'ল, 'আজি গধূলিৰ সাজ আমাৰ ঘৰতে খাব। আপুনিতো নিজে ৰান্ধিহে খায়।' 'নাই, মই হোটেলতহে খাওঁ।' 'ভালেই হ'ব এটা চেঞ্জ্ হ'ব।' বৃকোদৰ বৰুৱাই শলাগি থ'লে।

ৰাতিৰ নিমন্ত্ৰণ ৰক্ষা কৰিলে। মণ্টু আৰু মিনু খাই শুলে। উপমা, বিৰাজ আৰু বৃকোদৰ খাবলৈ বহিল। পোলাও, ভাত, মাংস, ( চিকেন তণ্ডুৰী ) মাছৰ জোল, ভজা মাছ, ভাজি-তৰকাৰী, পাপৰ, চালাদ কিবা কিবি বহুত। ডাইনিং টেবুলত বহি বৃকোদৰে ভাবিলে, ইমানবোৰ কোনে ৰান্ধিলে? কাঞ্চাই? সম্ভৱ নহয়। উপমাৰ হাতৰ আঙুলিত ৰান্ধনি-শালৰ ছাই-মাকতি লগাৰ কোনো চিন নাই। এইবোৰ কোনোবা দামী হোটেলৰপৰা কিনি আনি ঘৰৰ মেজত সজাই দিছে। একো সাজ ভাতত যদি ইমানকৈ খৰছ হয়, ভাৰতীয় মানুহৰ জীৱন-ধাৰণৰ মানদণ্ড ইমান তলত কিয়? অবান্তৰ প্ৰশ্ন। প্ৰশ্ন কৰি লাভ নাই। দেশৰ গতি চলমান।

সেইদিনাই বৃকোদৰ বিৰাজ বৰুৱাহঁতৰ ঘনিষ্ঠ হৈ পৰিল। বিৰাজ বৰুৱা গুচি গ'ল। বৃকোদৰ বৰুৱাই আহ-যাহ কৰিবলৈ ধৰিলে। বৃকোদৰৰ ব্যক্তিত্ব আৰু ব্যৱহাৰে উপমাক মোহিত কৰিলে। প্ৰায়েই ৰাতি উপমাই ভাত পঠিয়াই দিয়ে। এৰা,

অকলশৰীয়া মানুহ। হোটেলৰ একেৰাগী, আমনি লগা আহাৰ কিমান খাব? উপমাৰ মৰমৰ ধাৰ খাবলৈ মন নগ'লেও বৃকোদৰে আওহেলা কৰিবলৈকো বেয়া পায়।

বৃকোদৰ বৰুৱাই আগতে তিৰোতা মানুহৰ আগত ওলাবলৈকে লাজ কৰিছিল কিন্তু বয়সৰ দোষতেই নেকি, আজিকালি যি কোনো বয়সৰ তিৰোতা মানুহৰ সংস্পৰ্শলৈ আহি ভাল পায়। উপযাচি চিনাকি হয়, নাম সোধে, কৈশোৰীৰ গাত থপৰিয়াই মৰম কৰে। বয়সীয়া তিৰোতাক বাইদেউ আৰু গাভৰু ছোৱালীক ভন্টি বুলি সম্বোধন কৰি সম্বন্ধ ঘটাবলৈ সৰহ পৰ নেলাগে। বৃকোদৰে সকলো পৰিস্থিতিতে নাৰী পক্ষলৈ সহায়ৰ হাত আগ বঢ়াই ভাল পায়। বাছষ্টেণ্ডত, ৰেল ষ্টেশ্যনত টিকট কাটি দিয়া, টালি-টোপোলা তুলি দিয়া আদি সৰু-সুৰা কাম কৰি নাৰী মন কোমল কৰিবলৈ যত্ন কৰে। এনেকৈ এবাৰ ধুনীয়া গাভৰু এগৰাকীৰ ওচৰ চাপি গৈ কৈছিল, 'তোমাক চিনাকি চিনাকি যেন লাগিছে, আগতে ক'ৰবাত লগ পাইছোঁ নেকি?' গাভৰু গৰাকীয়ে বৃকোদৰ বৰুৱাক কঠুৱা মাতেৰে ক'লে, 'সেইটো আপোনাৰহে কথা। মই আগতে লগ পোৱা মনত নপৰে।' বৃকোদৰ পিছ হুঁহকি আহিল। নতুনকৈ চিনাকি হোৱা গাভৰু ছোৱালীয়ে বৃকোদৰ বৰুৱাৰ যহতে চাহ-ভাত খাই ডিব্ৰুগড়ৰপৰা সহজতে গুৱাহাটী পাবগৈ পাৰে। সকলো সময়তে বৃকোদৰৰ এই প্ৰবৃত্তি দেখি মানুহে তলে তলে হাঁহিছিল, ইতিকিং কৰিছিল কিন্তু বৰুৱাই তালৈ ভ্ৰূক্ষেপ নকৰিছিল।

উপমাৰ উপমাহীন আতিথ্য আৰু মোহনীয় ব্যৱহাৰে বৃকোদৰক বন্দী কৰি পেলাইছিল। বৃকোদৰৰ পুঞ্জীভূত কামনা-বাসনা আৰু সৌন্দৰ্য্যলিপ্সা উপমাৰ সান্নিধ্যত জুই হৈ জ্বলিছিল। কঁকালৰ ওপৰৰ দেহাংশৰ কাপোৰ-কানিবোৰ যথাস্থানত থাকিব নুখুজিছিল। স্নিগ্ধ, কোমল দেহৰ ভাজবোৰ বৃকোদৰৰ চকুত ধৰা পৰিছিল।



সময়ত কাপোৰখন সৰি পৰিছিল যেতিয়া উপমাই চকুৰ কোণত আত্ম-নিবেদনৰ ভাষাবোৰ থুপ খুৱাই পেলাইছিল। এৰা, বৃকোদৰে আঠ বছৰৰ আগতে এই মানুহজনী লগ পোৱা হ'লে এখন সোণৰ সংসাৰ গঢ়িব পাৰিলেহেঁতেন।

উপমা যেন কিবা সংঘাতত ভুগিছে। কথা-বতৰাবোৰ যেন স্পষ্ট নহয়, কিবা গাঁথি লগা। কিবা যেন অসন্তুষ্টি, কিবা যেন অতৃপ্তিয়ে দহি নিছে। মণ্টু আৰু মিনু ডাঙৰ হৈ আহিছে। তথাপি উপমাৰ শান্তি নাই; মনত এক তীব্ৰ যন্ত্ৰণা। উপমাই বৃকোদৰক বহুতো সমীকৰণ সমাধান কৰিবলৈ দিছিল কিন্তু বৃকোদৰে উত্তৰ উলিয়াব পৰা নাছিল। উপমাৰ সকলো আছে; স্বামী আছে, পুত্ৰ-কন্যা আছে, ধন-সম্পত্তি আছে। সকলো থাকিও কিবা এটা নাই। কন্দৰ্প আঁতৰি যোৱাৰ লগে লগে উপমাৰ বেয়া দিনবোৰ চাপি আহিল। সকলো থাকিও তাই যেন নিঃস্ব, নিৰালম্ব।

সেই দিনা বুধবাৰ। অসময়ত আহি ওলাইছিল বিৰাজ মোহন বৰুৱা। গভীৰ ৰাতি খঙেৰে পৰা গালি-শপনিৰ শব্দ শুনা গৈছিল। তেতিয়া অৱশ্যে চুবুৰীটোৰ সকলো মানুহেই শুই পৰিছিল। পাছদিনা বিৰাজ বৰুৱাই উকীলৰ লগত কথা পাতিছিল কিন্তু উলটি আহোঁতে খং শাম কটা যেন লাগিছিল। তাৰ পাছদিনা উপমা আৰু ল'ৰা-ছোৱালী দুটা শহুৰেকৰ ঘৰত থৈ গৈছিল।

বৃকোদৰ বৰুৱাই অতি সোনকালে বিয়া কৰাই পেলোৱাটো, খাটাং কৰি পেলাইছিল।

## আঠ

'লিপিকাৰ বাওঁহাতৰ অনামিকা আঙুলিটোত লিপিত খাই ধৰাকৈ সোণৰ বাখৰপতা আঙঠিটো পিন্ধাই দিলোঁ। পূৰঠ চপা-কলীয়া আঙঠিটোৰ স্পৰ্শত মোৰ সিৰা-উপসিৰা উজাৰি এক অনামী শিহৰণ বৈ গ'ল। মোৰ গাটো বহুত পাতল পাতল লাগি গ'ল। সোণৰ জিক্‌মিকীয়া আঙঠিটো আঙুলিটোৰ গুৰিলৈকে সুমুৱাই দি বাওঁহাতেৰে আলফুলকৈ ধৰি থকা হাতখন এৰি দিলোঁ। মই কি কৰিছিলোঁ কব নোৱাৰোঁ, লিপিকাৰ ওঁঠৰ ওপৰেদি এটি স্মিত হাঁহি পিছলি গ'ল আৰু চকু দুটা উজ্জ্বল হৈ উঠিল।'

বৃকোদৰ বৰুৱাই কৈ গ'ল।

'মই কিবা এটা কামত সেই সৰু নগৰখনকৈ গৈছিলোঁ। গধূলি সঙ্গীত-সন্ধিয়া আছিল। সময় কটাবলৈ উপায় নেপাই সঙ্গীত-সন্ধিয়ালৈকে বুলি ওলাই গ'লোঁ। ৰভাৰ বাহিৰতে থিয় হৈ অনুষ্ঠান চাবলৈ ধৰিলোঁ। সঙ্গীত-সন্ধিয়া মানে এটা দশাৱতাৰ নৃত্য, এটা বিহু-নৃত্য, কেইটামান আধুনিক গীত আৰু পশ্চিমীয়া সঙ্গীতৰ দুটামান খিচিৰি অৰ্কেষ্ট্ৰা। কিন্তু এইখন সঙ্গীত-সন্ধিয়াৰ উদ্যোক্তাসকলৰ সৃষ্টিধৰ্মিতাই অনুষ্ঠানটো উপভোগ্য কৰি তুলিছিল। হঠাৎ মঞ্চৰপৰা ঘোষিত হ'ল, এতিয়া এটি গীত পৰিবেশন কৰিব মধুকণ্ঠী গায়িকা লিপিকা কাকতিয়ে; গীতৰ ৰচনা বৃকোদৰ বৰুৱাৰ। মই কি যে উত্তেজনা অনুভৱ কৰিলোঁ, তাক কথাৰে বুজাব নোৱাৰিলোঁ। গীতৰ কথা: 'তোমাৰ মনৰ দুটি শৰদৰ



এটি কবিতাই মোৰ মনৰ দুৱাৰ মুকলি কৰে।' মই সচকিত হৈ উঠিলোঁ। এই গীতটো কেতিয়া লিখিছিলোঁ, মনত পেলাই চালোঁ। গীতটো এখন সৰু আলোচনীত ওলাইছিল। অতি ঔৎসুক্য আৰু উৎকণ্ঠাৰে মঞ্চলৈ চাই থাকিলোঁ। কোন সেই শিল্পী, যি মোৰ এই অৱহেলিত গীতি-কবিতাটো বাছি লৈছে। দৰ্শকৰ পাছৰপৰা যিমানখিনি পাৰোঁ ডিঙি মেলি মূৰটো ওপৰলৈ তুলি আগবঢ়াই দিলোঁ। খন্তেক নীৰৱতা। নীলা আঁৰ কাপোৰখন কিৰ্ কিৰ্ শব্দ কৰি মাজতে দুভাগ হৈ দুফালে আঁতৰি গৈ মঞ্চৰ কাষত গোট খালেগৈ। দেখিলোঁ, লাহী হাত দুখনেৰে এটি কবিতাসুলভ নমস্কাৰ জনাই থিয় হৈ আছে এক সৌন্দৰ্য্যৱতী যুৱতী। মুখত এটি তৃপ্তি আৰু মধুৰতাৰ স্পৰ্শকাতৰ স্মিত হাঁহি। তবলাবাদকে ইতিমধ্যে দুটামান টুং-টাং কৰিলে। আকাশী-নীলা পাটৰ কাপোৰ সাজৰ মাজৰপৰা ওলাইপৰা পদুমগঢ়ী হাতৰ ঠাৰি দুটিয়ে হাৰমনিয়মটো ঠিক কৰি ল'লে। এনে লাগিল যেন আকাশৰ বুকৰপৰা এটি সৰু জোনৰ জোৎস্না বিয়পিব লাগিছে। গীতটো শুনাৰ আগতেই পৰিবেশটোৰ মোহনীয় আবেশ লাগি মোৰ মন অভিভূত হৈ পৰিল। লগে লগে লিপিকা কাকতিৰ মধুৰ কণ্ঠৰপৰা ওলাই আহিল—

তোমাৰ মনৰ
দুটি শৰদৰ
এটি কবিতাই
মোৰ মনৰ দুৱাৰ
মুকলি কৰে।

কি সুৰ, কি ব্যঞ্জনা, কি পৰিবেশনা! মই আপোন-পাহৰা হৈ পৰিলোঁ। সেইটো গীত যেন মই ৰচনা কৰা নাই, লিপিকা কাকতি নামৰ এই পূৰ্ণযৌৱনা ৰূপৱতী গাভৰুজনীয়ে যেন এই কবিতা ফাঁকিৰে মোক আত্মনিবেদন কৰিছে। অস্থায়ী অন্তৰা

পাৰ হৈ আভোগ, সঞ্চাৰিত সোমোৱাৰ লগে লগে মই সন্মোহিত হৈ পৰিলোঁ। আগ পাৰিৰ কুন্দত কটা ডালিমগুটীয়া দাঁত দুটি-মানৰ উজ্জ্বল জেউতিৰে উদ্ভাসিত হোৱা এটি মিহি-কোমল হাঁহি মাৰি লিপিকাই যেতিয়া পুনৰ নমস্কাৰ জনালে, পূৰ্ণ প্ৰেক্ষাগৃহ উপচি হাত চাপৰি পৰিল। ময়ো হাত-চাপৰিৰে নীৰৱ অভিনন্দন জনালোঁ। ক'ব নোৱাৰোঁ, হাত-চাপৰি নিজম পৰাৰ পাছতো মোৰ হাত-চাপৰি বাজি থাকিল। মই লিপিকাক লগ ধৰি ব্যক্তিগতভাৱে মোৰ কৃতজ্ঞতা আৰু অভিনন্দন জনাবলৈ ব্যাকুল হৈ উঠিলোঁ। মই থিয় হৈ থকা ঠাইৰপৰা মঞ্চৰফালে আগুৱাই গ'লো। ভলন্টিয়াৰৰ বেজ থকা ডেকা এজনৰ গাত হাত এখন থৈ ক'লোঁ, 'মই ইয়াৰ মানুহ নহয়। দূৰৰপৰা আহিছোঁ। শ্ব' বৰ ভাল হৈছে, মই উদ্যোক্তাসকলক অভিনন্দন জনাব খুজিছোঁ। আপুনি অনুগ্ৰহ কৰি সম্পাদকক লগ ধৰাই দিয়াৰ ব্যৱস্থা কৰি দিব পাৰিবনে ?' ডেকাজন উৎসাহিত হৈ মোক ক'লে, 'আপুনি খন্তেক এইখিনিতে ৰওক, মই সম্পাদকক মাতি দিওঁ।' মোৰ একান্ত ইচ্ছা লিপিকাক অভিনন্দন জনোৱাৰ। সম্পাদক নিমিত্ত মাত্ৰ। খন্তেক পাছতে সম্পাদকক লৈ ডেকাজন ওলাই আহিল আৰু ক'লে, 'এই এখেত।' মই নমস্কাৰ জনাই সম্পাদকক ক'লোঁ, 'মই বৃকোদৰ বৰুৱা। যোৰহাটৰপৰা আহিছোঁ।' সম্পাদকে ক'লে, অ, আপোনাৰ নাম শুনিছোঁ; গল্প-কবিতাও পঢ়িছোঁ। বহুত ধন্যবাদ, আপুনি যে উপযাচি আহি আমাৰ অনুষ্ঠান চাইছেহি।' মই ক'লোঁ, 'আপোনাক আমনি দিছোঁ। লিপিকা কাকতিয়ে গোৱা এই গীতটি ময়েই লিখা।' 'হয় হয়' বুলি সম্পাদক উল্লসিত হৈ উঠিল। গীতটো বৰ সুন্দৰকৈ পৰিবেশন কৰিছে বৰ মিঠা মাত, মই গায়িকাক এবাৰ লগ ধৰি কৃতজ্ঞতা আৰু অভিনন্দন জনাব খুজিছিলোঁ। আপুনি অনুগ্ৰহ কৰি এইফেৰা উপকাৰ কৰিলে বৰ ভাল পাম।' সম্পাদকে ক'লে, 'আহক, আহক, ভিতৰলৈকে আহক। মই চিনাকি কৰি দিম।'



মঞ্চৰ পাছফালৰ দুৱাৰ এখনেদি মোক ভিতৰলৈ লৈ গ'ল। 'এই চাওঁ চকী এখন দেচোন' বুলি সম্পাদকে এক নৈৰ্ব্যক্তিক আদেশ দিলে। অলপ দূৰতে গ্ৰীনৰুমত লিপিকা থিয় হৈ আছিল। সমুখতে থিয় হৈ এজন ডেকাই কৈছে, 'বাইদেউ, আজি কিন্তু বেছ নাম কৰিলে। উস্' কি গাইছে ?' সম্পাদক ওচৰ চাপি গৈ লিপিকা কাকতিক ক'লে, 'লিপি, তোমাৰ আজিৰ গীতটোৰ গীতিকাৰ বৃকোদৰ বৰুৱাই নিজে আহি তোমাৰ গান শুনিছে। তেওঁৰ লগত তোমাক চিনাকি কৰি দিওঁ আঁহা।' দুখোজমান আগ বাঢ়ি আহি ক'লে, 'লিপি, এখেত বৃকোদৰ বৰুৱা।' লিপিয়ে পদুমকলি মুদ্ৰাৰে হাত দুটি জপাই এটি নমস্কাৰ জনালে। মই লগে লগে প্ৰতি নমস্কাৰ জনাই ক'লোঁ, 'আপোনাক মোৰ গীতটি গোৱাৰ বাবে আন্তৰিক কৃতজ্ঞতা জনাইছোঁ আৰু গীতটি ইমান মনোমোহাকৈ পৰিবেশন কৰাৰ কাৰণে অভিনন্দন জনাইছোঁ।' লিপিয়ে ক'লে, 'আপোনাৰ এই গীতটি আলোচনী এখনত পাই লিখি থৈছিলোঁ। গীতটো মোৰ বৰ ভাল লাগে। আপোনাৰ আৰু দুটামান গীত মোৰ ওচৰত আছে।' 'লিপি, তুমি কথা পাতা, পিছৰ আইটিয়েমটোৰ দিহা কৰোঁ।'

—'আপুনি কেতিয়া আহিল ?'

—দুদিন হ'ল।

—কেতিয়া যাব ?

—দুদিনমান আছোঁ।

—আমাৰ ঘৰলৈ আহিব।

—মই নতুন মানুহ। নগৰৰ বাট-পথবোৰ চিনি নেপাওঁ।

—আপুনি ক'ত আছে ?

—ডাক বঙলাত।

—ইয়ে, আমাৰ ঘৰ ডাক বঙলাৰ নিচেই কাষতে। দক্ষিণফালে মেগনলিয়া ফুল থকা বাৰীখনেই আমাৰ। পদূলিমূৰতে জেকেৰেণ্ডা এজোপা আছে।

মই গছ-লতাৰ নাম আৰু মিঠাইৰ নামত আটাইতকৈ পাছ পৰা। আচলতে দুই এবিধ গছৰ নামৰ বাহিৰে মই একো নেজানো। তথাপি মই সাহ গোটাই ললোঁ, মই চিনি পাম, মেগ্‌নলিয়া, জেকেৰেণ্ডা সকলো চিনি পাম।

—আপুনি আহিব। যেতিয়াই মন যায়, তেতিয়াই আহিব। কথা পাতিম।

—আপোনাৰ একো অসুবিধা নহয়তো ?

—আপুনি মোক তুমি বুলিব। আপুনি বুলিলে বৰ কিবা কিবা লাগে।

মই তুমি-আপুনি দুয়োটা এৰি তৃতীয় পুৰুষত আৰু দুআষাৰ কথা পাতি গুচি আহিলোঁ। এক গভীৰ উত্তেজনাই মোৰ সিৰা-উপসিৰা-বোৰ ছুই গ'ল। মই এক অভূতপূৰ্ব মানসিক পৰিস্থিতি অনুভৱ কৰিবলৈ ধৰিলোঁ।

পাছদিনা ৰাতিপুৱা ডাক বঙলাৰ চকীদাৰটোক সুধিলোঁ, সি লিপিকা কাকতিক চিনি পায়নে ? চকীদাৰে আঙুলি টোঁৱাই ঘৰটো দেখুৱাই দি মানুহঘৰৰ বিষয়ে অনেক প্ৰশংসা কৰিলে।

সন্ধিয়াৰ আগে আগে মই লিপিহঁতৰ ঘৰলৈ গলোঁ। ঘৰৰ মুকলি প'টিকলৈ আগ বাঢ়ি আহি লিপিয়ে আগবঢ়াই নি বহিবলৈ দিলে। এটা আহল-বহল ড্ৰইং ৰুম। কোনোবা গৃহ-সজ্জাৰ প্ৰশিক্ষণ থকা হাতৰ পৰশ পৰিছে। চাৰিওপিনে সহজ, সৰল অথচ কলা-ৰুচিৰ নিদৰ্শন বৰ্ত্তমান। মাক-দেউতাক ভাইটি-ভন্টি আটাইকে চিনাকি কৰি দিলে। মই প্ৰত্যেককে নমস্কাৰ জনাই কোঠাটোৰ চাৰিওপিনে এবাৰ চাই বহিলোঁ। মাক-দেউতাক আৰু ভাইটি-ভন্টি দুয়ো বহিল। লিপি ভিতৰলৈ সোমাই গ'ল। খন্তেক পাছতে দুচকল আপেল, দুটামান বিস্কুট, অলপ ডালমুট আৰু এটা আমলেট সজাই লৈ, একাপ চাহ ট্ৰেখনত আনি মোৰ আগত থ'লেহি। তাৰ পাছত দেউতাকলৈ চাই ক'লে, 'দেউতা একাপ চাহ খাব নেকি ?' 'নাই, এতিয়া নেখাওঁ।' মই চাহ খালোঁ। তাৰ পাছত কথা পাতিবলৈ ধৰিলোঁ, অসমীয়া কবিতাৰ সাম্প্ৰতিক গুণাগুণ, অসমীয়া কথাছবিৰ দুখলগা অৱস্থা, আধুনিক গীত, আকাশবাণীৰ লঘুসঙ্গীতৰ নিম্নগামী মানদণ্ড, অসমৰ বিভিন্ন নৃত্যসমূহৰ হেৰাই যাব খোজা দুৰৱস্থা ইত্যাদি অনেক কথা।



লিপিয়ে কলেজত পঢ়ি থাকোঁতেই এটা বৃত্তি পাই শান্তিনিকেতনত নৃত্য শিকিবলৈ গৈছিল। লগতে পেইন্টিং আৰু কণ্ঠসঙ্গীতো শিকি দুবছৰৰ আগতে উলটি আহি ঘৰতে আছেহি। এৰা, লিপিৰ আঙুলি কেইটা আৰু হাতৰ ঠাৰি দুটা নৃত্যৰ তালৰ লগত তাল ৰাখিয়েই যেন সৃষ্টি কৰিছিল। ড্ৰইং ৰুমৰ একাষে ফুলাম কাপোৰ পাৰি খাট এখনত এখন তানপুৰা, এযোৰ তবলা, এটা হাৰমনিয়াম সজাই থোৱা আছে। ভাইটিয়ে ভাল তবলা বজায়। ভন্টিয়ে নাচে। মাক-দেউতাক দুয়োৰেই সংস্কৃতিৰ বা-বাতৰি ৰখা মানুহ। এনে লাগে যেন ঘৰখনত এক নিবিড় সাংস্কৃতিক পৰিবেশ আছে। কিতাপ-পত্ৰ কিনে ; বাতৰি কাকত আলোচনী পঢ়ে।

বৃকোদৰ বৰুৱাৰ সবাতোকৈ ভাল লাগিল, পৰিয়ালটোৰ সকলোৰেই সমান ব্যক্তি ; প্ৰত্যেকৰে নিজা নিজা মিঠা ব্যক্তিত্ব আছে। লিপি, তাৰে ভিতৰত অধিক আগবঢ়া। ৰূপ, যৌৱন, গুণ সকলো আছে, অথচ সৰল, মিঠা, শান্তশিষ্ট। পিন্ধনত অতি সৰল অথচ চকুতলগা। বাদামী ৰঙৰ এখন শাড়ী, তাৰে লগত মিলাই ব্লাউজ। চুচিমাজি পিন্ধে—দেহৰ ভাঁজবোৰ লুকাওঁ-নুলুকাওঁকৈ। নখবোৰ জোঙা, ধুনীয়াকৈ কটা আৰু নখৰ ৰঙৰ লগত মিলাই ঘঁহা নেইল পলিছ। ওঁঠতো সামান্য লিপ্‌ষ্টিকৰ পৰশ। বৈ পৰা দীঘল নাকটোৰ পোনে পোনে পকাধাননিৰ মাজৰ পোন সৰটোৰ দৰে দীঘল সেওঁতা। দীঘল সৰহীয়া চুলি। মিহিকৈ ফণিয়াই বেণী গুঁথা। হাতৰ ঠাৰি দুটিৰ স্নিগ্ধতা আৰু

কমনীয়তাই নৃত্যপটীয়সী শিল্পীৰ আজন্ম প্ৰতিভাৰ সাক্ষী বহন কৰিছে। হাতৰ পূৰ্ঠ, চপাকলীয়া আঙুলি কেইটা দেখিলে এনে লাগে যেন, লিপিয়ে নেনাচে, লিপিৰ হাতৰ আঙুলিয়েদি নাচৰ মুদ্ৰাবোৰ আপোনা-আপুনি আহি পাৰ হৈ যায়।

জীৱনৰ কেইটিমান সাৰ্থক মুহূৰ্ত্ত লিপিহঁতৰ ঘৰত কটাই অশেষ কৃতজ্ঞতা জনাই ওলাই আহিলোঁ। তেতিয়া শৰতৰ পূৰ্ণিমাৰ জোনৰ জ্যোৎস্নাই গছে-পাতে কবিতা ৰচিছিল। শেৱালি ফুলৰ সুগন্ধি সুবাস বিয়পি পৰিছিল। কিবা এক তৃপ্তি, কিবা এক আনন্দ আৰু কিবা এক উত্তেজনা লৈ পাছদিনা পুৱাই মই ঘৰলৈ উলটি আহিলোঁ। মনত সাঁচ বহুৱাই থৈ গ'ল লিপিৰ মধুৰ ব্যক্তিত্ব আৰু ক্ষণিক সান্নিধ্যই। বহল মুকলি মনৰ এই পূৰ্ণযৌৱনা গাভৰুজনী চিৰজীৱনৰ বাবে আপোন কৰি লোৱাৰ বাসনা জাগি উঠিল। কিন্তু কল্পনা অদূৰত হ'লেও বাস্তৱ সুদূৰ পৰাহত।

ঘৰলৈ আহি পাছদিনাই এখন চিঠি দিলোঁ। নিতান্তই আনুষ্ঠানিক গতানুগতিক চিঠি। গীত শুনি ভাল পালোঁ। গীতৰ সেই মাধুৰিমা যেন এতিয়াও কাণত বাজি আছে। পৰিয়ালৰ সকলোটিৰে সহজ ঘনিষ্ঠতালৈ আহিবলৈ পাই সুখী হলোঁ। আকৌ লগ পাবলৈ আশা কৰি থাকিলোঁ। মা-দেউতা আৰু ভাইটি-ভন্টিক শ্ৰদ্ধা আৰু চেনেহ যাচিলোঁ। যথাসময়ত চিঠিৰ উত্তৰ পালোঁ। জীৱনৰ অনাগত দিনবোৰতো যেন শিল্প-সৃষ্টিৰ অনুপ্ৰেৰণা পাই থাকে, লিপিয়ে তাক আন্তৰিকতাৰে আশা কৰিলে। বাকীখিনি গতানুগতিক। এটা বাক্য আছিল, এয়া সংস্কৃতিৰ বিশাল সাগৰৰ পাৰত মুকুতা বুটলিবলৈ গৈ বালি-চাঁহি বোটলাৰ প্ৰয়াস মাত্ৰ। বিনয় আৰু নম্ৰতাৰ প্ৰতীক এই বাক্যটো। পাছৰখন চিঠিৰ লগতে মোৰ কেইটিমান নতুনকৈ লিখা গীতো পঠাই দিলোঁ। উত্তৰ পালোঁ। সেই সময়তে মোৰ এটা দীঘল গল্প আলোচনীত ওলাইছিল। দেউতাকৰ মন্তব্য বুলি লিখা বাক্য কেইটাই মোক সঁচাকৈয়ে অনুপ্ৰেৰণা দিছিল।



অতি শীতল, শামুকীয়া গতিৰে লিপি আৰু মোৰ সম্পৰ্ক আগ বাঢ়িছিল। মই ভাবিছিলোঁ, লিপি নামৰ এই সৰ্বগুণী ছোৱালী-জনীয়ে যিকোনো এজন সৱল-সুঠাম ডেকাৰ জীৱন-লগৰী হ'ব পাৰে। নিশ্চয় বহুতৰে চকু পৰিছে। প্ৰজাপতিৰ আহ্বান শুনি আগবাঢ়ি গৈ মই ইতিমধ্যে বহুতো ঠেকা-খুন্দা খাইছোঁ। আমাৰ মাজত গঢ় লৈ উঠা সহজ বন্ধুত্বৰ সোৱাদ আৰু আন্তৰিকতাখিনি তিতা কৰাৰ ইচ্ছা মোৰ নাই। খোজে-কাটলে গহীন, মাতে-কথাই মোহনীয়া, পিন্ধনে-উৰণে মাৰ্জ্জিত এই শিল্পী গৰাকীৰ লগত মোৰ যি চিনাকি, সেই চিনাকি যেন চিৰদিন উজ্জ্বল হৈ থাকে।

কেইমাহমানৰ পাছত মই পুনৰ লিপিহঁতৰ নগৰখনলৈ গৈ দুৰাতি আছিলোঁ। লিপি ঘৰত নাছিল। তথাপি লিপিহঁতৰ ঘৰলৈ গৈছিলোঁ। সেই আন্তৰিক আদৰ-আপ্যায়ন। আৰু এদিন থাকি লিপিক লগ পাই আহিবলৈ মাকে কৈছিল। মনটো উকা উকা লাগিছিল। প্ৰত্যাশিত সেই মধুৰ মুহূৰ্ত্তটো নাহিল। উলটি আহিবৰ সময়ত মাজ বাটতে বাছত দেখা-দেখি হ'ল। মই হাত জোকাৰিলোঁ; লিপিয়ে সঁহাৰি দিলে। ঘৰলৈ আহি ভাবিলোঁ, এখন চিঠি দিওঁ। কামৰ দোমোজাত চিঠিখন লিখিবলৈ আজৰিকে উলিয়াব নোৱাৰিলোঁ। কেইবাদিনো পাৰ হ'ল। অপৰিসীম ব্যস্ততাৰ মাজতো লিপিলৈ মনত পৰি থাকিল। ক'ব নোৱাৰাকৈয়ে লিপিৰ স্মৃতিয়ে মোৰ মনৰ একোঠা আগুৰি পেলালে।

দিন আগ বাঢ়ি গ'ল। লিপিৰপৰা এখন অতি অন্তৰ-পৰশা চিঠি পালোঁ। সেইদিনা লগ নোপোৱাৰ বাবে দুখ কৰিলে আৰু সময় আৰু সুবিধা পালেই এপাক মাৰিবলৈ অনুৰোধ জনালে। এই বছৰটোত বিয়াৰ প্ৰস্তাৱ অহা নাছিল। ভাবিছিলোঁ, 'সাগৰ-পাৰত পৰি ৰ'লোঁ মই শামুকৰ খোলা হৈ।' হঠাৎ ফাগুনৰ ফাগুনী বতাহে কোবাই যোৱা, জুইৰঙা পলাশ-ফুলা বতৰত মোৰ এগৰাকী বিবাহিতা বান্ধৱীয়ে মৰণত শৰণ দি এটা প্ৰস্তাৱ

দিলে, তেওঁৰে এগৰাকী কুমাৰী বান্ধৱীলৈ। এখন স্কুলৰ শিক্ষয়িত্ৰী। দেখনত ভালেই, কিন্তু মুখখন দেখিলে এনে লাগে যেন পৃথিৱীৰ সমস্ত সত্তাৰ প্ৰতি তেওঁৰ বিক্ষোভবোৰ মুখমণ্ডলত থুপ খাই আছে। দেখনিয়াৰ, লচপচী যুৱতীবোৰৰ প্ৰতি কি তীব্ৰ বিতৃষ্ণা কি ঈৰ্ষা! কম বয়সীয়া বিবাহিতা গাভৰুবোৰৰ প্ৰতি দ্বেষ আৰু তীব্ৰ। মোৰ বান্ধৱীয়ে যেতিয়া মুকলিকৈ প্ৰস্তাৱটো আগ বঢ়ালে, মই ক'লোঁ, 'তোমাৰ বান্ধৱী গৰাকীক মই বিয়া কৰাম। কিন্তু, মানুহ গৰাকীৰ গোটেই পৃথিৱীখনৰ প্ৰতি ইমান বিতৃষ্ণা কিহৰ? মুখৰ মাত, ওঁঠৰ হাঁহি, সেই সকলো মানৱীয় শক্তি ক'লৈ গ'ল। মই বাৰু তেওঁক বিয়া কৰাই কি কৰিম? মুখামুখি নহৈ পিঠিয়া-পিঠি হৈ কথা পাতিলেহে হ'ব।' বান্ধৱীয়ে ক'লে, 'মানুহজনী আচলতে ভাল। তাই তেনেকুৱাই। কথা পাতিব নেজানে। খোজ কাঢ়োঁতেও গুম্ গুমকৈ ফৰ্ মূটি যোৱাদি যায়। সেই কাৰণেই বিয়া পলম হৈছে। ভাল হ'ব। আপুনি বিয়া কৰাওক।' মোৰ মন লিপিৰ স্মৃতিৰে ভৰপূৰ। লিপিৰ লগত যে বিয়া হ'ব, বা বিয়াৰ প্ৰস্তাৱ চলিব, তাক মই খাটাংকৈ এতিয়াও ক'ব পৰা হোৱা নাই, তথাপি লিপিৰ প্ৰতি মোৰ দুৰ্বলতা বাঢ়ি গৈছে। মই এতিয়া আনৰ কথা ভাবিবই নোৱাৰোঁ। বান্ধৱীক ক'লোঁ, 'আপুনি আন ক'ৰবাতে চেষ্টা কৰককৈ। মই নোৱাৰিম।' বান্ধৱীৰ মুখখন চোকা। তেওঁ মোৰ মুখৰ আগতে কৈ থৈ উচাট মাৰি গুচি গ'ল, 'আপোনাৰ বিয়া নহ'বই আৰু দিয়ক।' মই মনে মনে ভাবিলোঁ, লিপিক যদি জীৱনৰ লগৰী কৰি আনিব পাৰিলোহেঁতেন, তেনেহলে এই মানুহবোৰৰ মুখত ছাই-মাটি সানিব পাৰিলোঁহেঁতেন কিন্তু 'নোখোজা ছোৱালী নজনী মৰিল, নলগা বগৰী তল ভৰি সৰিল।'

ভালেমান দিন লিপিৰপৰা চিঠি-পত্ৰ পোৱা নাই। চিঠি এখন লিখিবলৈ মন গৈছিল। জানোচা লিপি ঘৰত নাই, চিঠি



নিলিখিলোঁ। একান্ত অপ্ৰত্যাশিতভাৱে এখন চিঠি পালোঁ দেউতাকৰপৰা। তাত লিখিছিল, 'লিপি শান্তিনিকেতনলৈ গৈছে, তাই উলটি অহাৰ পাছতে বিয়াখন পতাৰ কথা ভাবিছোঁ। লিপিৰ মতামত লোৱা নাই যদিও, তাই অমত হোৱাৰ কোনো কাৰণ নাই। বিয়াৰ পোনপটীয়া প্ৰস্তাৱ এটা দিবলৈ হ'লে কালৈ লিখিব লাগিব।' চিঠিখন পাই মই কি অনুভৱ কৰিছিলোঁ, কথাৰে বুজাব নোৱাৰোঁ, এক অনামী উত্তেজনা, এক সৰৱ অনুপ্ৰেৰণা।

মোৰ জীৱনৰ বহু পুষ্ট অভিজ্ঞতাৰপৰা মই ক'ব পাৰোঁ, বিয়া মানে প্ৰস্তাৱৰ পাতনিয়েই বিয়া নহয়। এখন বিয়া হোমৰ গুৰিৰপৰাই ভাগিছিল। নাৰী ৰহস্যময়ী, নাৰীমন ৰহস্যৰ অতল সমুদ্ৰ। লিপিয়ে বা কি কয়? সহজ বন্ধুত্ব, আৰু বিবাহ একে জানো? তদুপৰি হৰিণাৰ মাংসই বৈৰী। মই অতি সন্তৰ্পণে আগ বাঢ়িলোঁ। লিপিৰ দেউতাকলৈ লিখি দিলোঁ, 'আমাৰ ঘৰত সকলোটিৰে সন্মতি আছে। আপোনালোকৰ সা-সুবিধামতেই সকলো দিহা কৰিলেই হ'ব।' কাকতে-পত্ৰে কথাটো খাটাং হ'ল যদিও মোৰ মনত কিবা এক ক্ষীণ আতঙ্ক, কিবা এক শঙ্কাৰ ছাঁ পৰি থাকিল।

দিনৰ পাছত দিন বাগৰি গ'ল। দিনবোৰ দীঘল দীঘল লাগিবলৈ ধৰিলে। আঘোণৰ পথাৰত পকাধান জিলিকি উঠিল। হেমন্তৰ হিমে-ধোৱা নিশাবোৰ সীমাহীন কল্পনাৰে উপচি পৰিল। কেতিয়াবা শেহ ৰাতিলৈকে টোপনি নাহে, অনেক সমস্যাই আমনি কৰি থাকে। লিপিৰ সেই কমনীয় মুখখন, স্মিত হাঁহিটো আৰু গোটেই মানুহজনীৰ মধুৰ সত্তাটোৱে সততে মনত ভুমুকি মাৰি যায়হি। মোৰ পক্ষৰ পৰা কথাটো গোপন কৰি ৰাখিলোঁ, জানোচা বিয়া ভঙোৱা পাৰ্টিৰ গৰাহত পৰোঁ। আইৰ আগত ক'লোঁ, 'মই বিয়া পাতিম। এজনী ছোৱালী চাইছোঁ। ভাল

ছোৱালী। কথাটো কিন্তু কাৰো কাণত নপৰে যেন।' মাইকী মানুহৰ কথা, কথা ক'ত পেটত থাকিব? আয়ে নিজৰ জীয়েক ভনীয়েক, ভাগিনীয়েকহঁতক ক'লে। কিন্তু ক'ত, কাক পছন্দ কৰিছোঁ, সেইটো ৰহস্য হৈ থাকিল।

মনটো আশা-নিৰাশাৰ দীঘ-বানিৰে বৈ নিলে। মানুহে যিমানেই জ্যোতিষ অবিশ্বাস নকৰক, সমস্যা জৰ্জৰিত পৰিস্থিতিত জ্যোতিষীৰ মুখৰপৰা এবাৰ ভবিষ্যত-বাণী শুনিবলৈ আশা কৰে। আগতে বহুতবাৰ জ্যোতিষীৰ ওচৰ চাপিছোঁ; আকৌ এবাৰ চোৱাই চাবলৈ দিহা কৰিলোঁ। এদিন নিচেই পুৱাতে শুই উঠি জ্যোতিষীৰ ওচৰ পালোঁগৈ। মানুহ কেইবাজনো আছিল, কথাটো পোনে পোনে ক'বলৈ লাজ লাগিছিল। খন্তেক বাট চালোঁ। এজন এজনকৈ ওলাই গ'ল। ইফালে সিফালে চাই কোষ্ঠীৰ নকলটো আগবঢ়াই দিলোঁ। জ্যোতিষীয়ে কলে, 'বৃহস্পতি পোন। এই বছৰতে বিয়া হ'ব। বিয়াৰ যোগ পৰিছে। সপ্তমত শুক্ৰ। বিয়াত পলম হৈছে। কন্যা আপোনাৰ মনোমত হ'ব। সুন্দৰী কন্যা। জন্মস্থানৰপৰা দক্ষিণ-পূব দিশে কন্যাৰ জন্মস্থান। নাচ-গান, চিত্ৰকলা আদিত পাৰদৰ্শিতা থাকিব। এই মাহৰ ভিতৰতে আপোনাৰ বিয়া হ'ব। কোনো বাধা নাই। শত্ৰু আছে কিন্তু একো অনিষ্ট কৰিব নোৱাৰে।' মোৰ মনটো ডাৱৰীয়া বতৰত ডাৱৰ ফালি বেলি ওলোৱাৰদৰে ফৰকাল হ'ল। ঘৰলৈ উলটি আহিলোঁ। ইতিমধ্যে চিঠি পালোঁ। লিপি উলটি আহিল। দেউতাকে কন্‌ফাৰমেশ্যন্ দিলে, লিপি সন্মত। মই এবাৰ লিপিহঁতৰ ঘৰলৈ গৈ লিপিক লগ কৰি অহাৰ কথাই বিবেচনা কৰিলোঁ। ভবামতে কাম।

লিপি নামৰ এই ছোৱালীজনীক যদি মই বিয়া কৰাই আনো, কোনেও মোক সমালোচনা কৰিব নোৱাৰে'। গতিকে মই ৰৌজাল-বৌজাল নকৰি অতি সাৱধানতাৰে আগ বাঢ়িলোঁ। গধূলি বেলিৰ সোণালী আভাকণ ওখ গছৰ আগে আগে বিয়পি পৰিবৰ সময়ত



লিপিহঁতৰ ঘৰ পালোঁগৈ। হঠাৎ মোৰ উপস্থিতিয়ে ঘৰখনত ক্ষণিক ব্যস্ততা আৰু অলপ চাঞ্চল্য সৃষ্টি কৰিলে। মাকে ক'লে, 'তুমি যে আহিলা, বৰ ভাল কৰিলা।' লিপি ওলাই আহোঁতে খন্তেক পলম হ'ল। বোধকৰোঁ পিন্ধি থকা কাপোৰ যোৰ সলাই আহিল। ভাইটি খৰ-ধৰকৈ চাইকেলখন লৈ ওলাই গ'ল। ভন্টি ওলাই আহিল লাজ লাজকৈ। তাই যেন বহুত গুপুত কথা জানি পেলাইছে, তেনে এক অৰ্থব্যঞ্জক মিচিকীয়া হাঁহিৰে অভিবাদন জনালে। তাই একো নক'লে। লিপি যেন অলপ গহীন; তথাপি এটি স্নিগ্ধ কোমল হাঁহিৰে মোৰ মন জয় কৰি পেলালে।

এক অনানুষ্ঠানিক পৰিবেশত পাছ দিনা মই আঙঠি পিন্ধাই থৈ আহিলোঁ। সেই ডালিমা বাখৰপতা জেঠীনেজীয়া আঙঠিটো। লিপিয়ে নিতান্তই স্বাভাৱিকভাৱে আঙুলিটো আগবঢ়াই দিছিল কিন্তু আঙুলিত আঙঠিটো সুমুৱাই দি মইহে অলপ নাৰ্ভাচ্ কৰিছিলোঁ; আঘোণমহীয়া জাৰতো যেন মই ঘামিছিলোঁ।

আঙঠি পিন্ধাই থৈ আহি মই সদৰ্পে ঘোষণা কৰি দিলোঁ, লিপিকা কাকাত নামৰ ছোৱালীজনীৰ লগত মোৰ বিয়া বন্দোৱস্ত হৈছে। আঘোণৰ শেহৰ সপ্তাহত বিয়া। দিনবোৰ দীঘল দীঘল লাগিবলৈ ধৰিলে। যা-যোগাৰ ব্যস্ততাৰ মাজতো বহু প্ৰত্যাশিত দিনটোলৈ বাট চাবলৈ ধৰিলোঁ। হাইঠা মাটিত পৰিল। এইবেলি মোৰ বিয়া; বৃকোদৰ বৰুৱাৰ বিয়া। মিতিৰ-কুটুম, লগা-ভগা সকলো খবৰ কৰিবলৈ আহিল। কন্যা আৰু সম্ভাব্য বিয়াখনৰ বিষয়ে আলোচনা সমালোচনা হ'বলৈ ধৰিলে। পোনতে বাইদেৱেই মন্তব্য দিলে, 'নগৰীয়া ছোৱালী, আমাক চাগৈ উজটিতে নিব। ছোৱালী নেপালি আৰু।' বাইদেউৰ ঘৰ ঘোকট গাৱঁত। মই তেওঁৰ ঘৰৰ ওচৰৰে গাৱঁলীয়া, কুই-তুলি খাব পৰা ছোৱালী এজনী বিয়া কৰোৱাই ভাল আছিল। পেহীদেৱে মন্তব্য দিলে, 'মাহী মাক এজনীক শাহু হিচাপে লৈ কি সংসাৰ পাতিবলৈ ওলালি।' লিপিৰ মাক তেনেই সৰুতেই

মৰিছিল। লিপিৰ দেউতাকে লিপিৰ মাহীয়েকক বিয়া কৰাইছিল। লিপিৰ নিজৰ মাক সম্পৰ্কে কোনো ধাৰণা নাই। মাহীয়েকেই নিজৰ মাকতকৈয়ে অধিক মৰম কৰে। কোনোবাই উকটি নিদিলে মাহীমাক বুলি কোনেও নেজানে, ময়ো জনা নাছিলোঁ। দেউতাই যেতিয়া শুনিলে যে লিপিয়ে নাচে, গান গায়, থিয়েটাৰ কৰে তেতিয়া বিপ্লৱ কৰি উঠিল, 'তই বাছি বাছি ছোৱালী পালিগৈ নাচনী এজনী।' দেউতাৰ নাক কোঁচ খাই আহিল। আয়ে শুনিলে, ছোৱালীজনী লচপচী, ধুনতী। কাপোৰ-কানি কিনাই মোৰ ধনৰ ভঁৰালৰ তলি উদং কৰিব। মামীয়ে ক'লে, 'এনেকুৱা এজনী ছোৱালী বিয়া কৰাবলৈকে অত বছৰ অপেক্ষা নকৰিলেও হ'লহেঁতেন।' আচলতে মামীৰ ভনীয়েকৰ ছোৱালী এজনী দিছিল। মই শ্বিলঙত ডাঙৰ হোৱা ছোৱালী গাৱঁত আহি আমনি পাব বুলি বিয়া নকৰালোঁ, তাৰে এতিয়া উৰহৰ খং ভগাচাৰীত সাৰিছে। কোনোৱে শুনোৱাই, কোনোৱে শুনা-নুশুনাকৈ, কোনোৱে পিঠিৰ পাছফালে মোৰ বিয়াৰ বিষয়ে বাৰে-বৰণীয়া বু-বু-বা-বা কৰিবলৈ ধৰিলে। মই স্থিতপ্ৰজ্ঞৰ দৰে মোৰ নিজৰ লক্ষ্যলৈ আগবাঢ়ি গলোঁ। আমাৰ ঘৰৰ নিচেই ওচৰৰে ডেকা ল'ৰা এটাই মোৰ কাল্পনিক কু-কীৰ্ত্তি কিছুমান বৰ্ণাই লিপিহঁতৰ ঘৰলৈ এখন বেনামী চিঠি দিলে। লগতে লিখিলে, মই তপা, মোৰ মূৰত চুলি নাই, উইগ্ পিন্ধি থাকোঁ। সেই কাৰণহে ধুনীয়া দেখি, নহ'লে বুঢ়া শগুণটোৰ নিচিনা। এই পাৰ্টিটোৱেই শিফালৰ-পৰা মাক-দেউতাকৰ বুৰঞ্জীসহ লিপিৰ বদনাম ৰটি মোলৈকো এখন চিঠি দিলে, এজনী ছোৱালীৰ নামত। মই ত্ৰাহি মধুসূদন সুৱঁৰিবলৈ ধৰিলোঁ। যিমানেই বিয়াৰ দিন ওচৰ চাপি আহিল, সিমানেই ভয় বাঢ়িবলৈ ধৰিলে; জানোচা কিবা অঘটন ঘটে। সকলো কথা বৰ্ণাই লিপিলৈ চিঠি এখনো দিলোঁ। লিপিৰ পৰাও চিঠি এখন পালোঁ। ঈশ্বৰৰ ওপৰতে ভাৰসা কৰিলোঁ, 'পাতে যোৱা, ভাঙে কোনে; ভাঙে যোৱা পাতে কোনে।'



লিপিক আঙঠি পিন্ধাই থৈ আহি কুৰি বছৰৰ আগৰেপৰা ঘটি যোৱা সৰু-ডাঙৰ ঘটনাবোৰ সুঁৱৰি চালোঁ। পোনতে মনত পৰিল, গীতালিলৈ। গীতালিক মই বিয়া কৰাব খুজিছিলোঁ। গীতালি আৰু মিতালি সৰু হৈ থাকোঁতেই মাক ঢুকাল। দেউতাকে অশেষ ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি জীয়েকহঁতক ডাঙৰ-দীঘল কৰিলে। সিহঁত দুয়োজনী এম-এ পাছ। চাকৰি কৰে। কেতেকী-সজীয়া লাহী গঢ়ৰ গীতালিক মই বিয়া কৰাব খুজিছিলোঁ। গীতালিৰো মন আছিল। দেউতাকেও দিব খুজিছিল কিন্তু সমস্যা সুদূৰপ্ৰসাৰী। বিয়া হ'লেই গীতালি গুচি যাব, মিতালি কাৰ লগত থাকিব? এদিন মিতালিও পাখি মেলি গুচি যাব, দেউতাক কাৰ লগত থাকিব? এই প্ৰশ্নটো যিমানেই ভাবে সিমানেই মূৰ বেয়া হৈ যায়। দেউতাকেও গীতালি-মিতালিৰ অবৰ্ত্তমানে কি কৰিব, ভাবিবই নোৱাৰে। সমস্যাৰ এই ত্ৰিভূজটোৰ ভিতৰত সোমাই, থাউনি নেপাই, দেউতাক হৃদয়ানন্দ শইকীয়াই কোনো উত্তৰ দিব নোৱাৰিলে। গীতালিৰ প্ৰতি মোৰ এতিয়াও সহানুভূতি আছে। প্ৰশ্নটোৰ সাময়িক মীমাংসা হৈ যোৱা হ'লে আজি হয়তো এজনী গীত গোৱা ছোৱালী নাহি স্বয়ং গীতালিয়েই বোৱাৰী হৈ আহিলেহেঁতেন। গীতালিহঁতৰ ঘৰলৈ আহ-যাহ কৰাটো যেতিয়া বন্ধ কৰি দিলোঁ, তেতিয়া মানুহে ক'লে 'বৃকোদৰ বৰুৱাৰ তৈনেই লাজ নাই। এই মাক নাইকিয়া ছোৱালী দুজনীক আশা দি, এতিয়া ককাই-ভাই নাই বুলি বিয়া নকৰালে।' মই কৰিম, অৰণ্য-ৰোদন কৰি কি লাভ?

দ্বিতীয়তে মনত পৰিছে অনামিকা নামৰ ছোৱালীজনীলৈ। তাইক মই চুৰ্চুৰীয়াকৈ ভাল পাইছিলোঁ। ছোৱালীজনী ধুনীয়া। ধুনীয়া বুলি আত্ম-সচেতনো আছিল, তথাপি মোৰ প্ৰতি তেনে কোনো বেয়া ভাব দেখুওৱা নাছিল। আমাৰ মন ভালেমানখিনি আগ বাঢ়ি গৈছিল। ঘৰৰ সকলোৱে ভাল ভাবেই আছিল।

স্থায়ীভাৱে ভাল চাকৰি এটা পালেই হয়তো তেওঁবিলাকেই প্রস্তাৱ দিলেহেঁতেন ; কিন্তু সেই সময়তে চিক্চিকীয়া নতুন গাড়ী লৈ ঠিকাদাৰ বৃন্দাবন ভঁৰালীয়ে ঘিট্ঘিটাবলৈ ধৰিলে, তেতিয়া মাক-দেউতাকে মন সলাই পেলালে। অনামিকাৰ মন মোৰ বাবে অজ্ঞেয়। দেউতাকে এদিন মোকেই সুধিলে, 'বৃন্দাবন ভঁৰালীলৈ অনামিকাক দিওঁ বুলিছোঁ, তোমাৰ মতামত কি ?' বৃন্দাবন ভঁৰালীৰ মই জোৰবো নহওঁ, ফেৰবো নহওঁ।' কেইবা লাখ টকাবো মালিক বৃন্দাবন ; মাথোন বিদ্যা-শিক্ষাত পৰালি-পৰা। আজিকালি টকা থাকিলে বিদ্যাও কিনি লব পাৰি ; বিদ্বানো কিনি ল'ব পাৰি। মোৰ মনটো সেমেকি আহিল, বুকুখন ডুক ডুককৈ কঁপি উঠিল। মই উত্তৰ দিলোঁ, 'মাক-দেউতাকে যি ভাল দেখে, তাত মাতিবলৈ কি আছে।' আচলতে প্রতিবাদ কৰিবলৈ মন আছিল, কিন্তু ধনী বৃন্দাবনৰ লগত প্রতিদ্বন্দ্বিতা কৰিবলৈ মোৰ সাহস নাছিল। অনামিকাৰ বিয়া হৈ গ'ল। সময় পুৰণি হৈ অহাৰ লগে লগে সংসাৰত মামৰে ধৰিছে। আগৰদৰে অৱস্থাও স্বচ্ছল নহয় ; গাড়ীখনো পুৰণি হৈছে। চঞ্চলা লক্ষ্মী অচলা হৈ থাকিব কেই-দিন ? মোৰ আজি অনামিকালৈ মনত পৰিছে ?

এবাৰ ভাবোঁ, তুলনা কৰোঁ ; নাই, লিপিৰ সমান কোনোৱেই ধুনীয়া নহয় ; কোনোৱেই গুণী নহয়। নাই, সকলো ছোৱালীৰ কথা পাহৰি যোৱাই ভাল। বিয়াৰ পাছত যিবোৰ ছোৱালী যাচিছিল আৰু যিবোৰ প্রকৃততে মই বিচাৰিছিলোঁ, আটাইবোৰ মোলৈ দিছিল বুলি দাম বঢ়াই লিপিৰ আগত গৌৰৱ কৰিম। কিন্তু কওঁতে ক'ম, তোমাক সঁচাকৈয়ে ভাল পায়েই বিয়া কৰাইছোঁ। লিপি, মোৰ সোণজনী।

এবাৰ চাঁটকৰে প্রীতিলতা নামৰ ছোৱালীজনীলৈ মনত পৰিল। অঁ, এইজনীয়েই একমাত্র ছোৱালী যাক মই প্রত্যাখ্যান কৰিছিলোঁ। দেখিবলৈকে সিমান ধুনীয়া নাছিল। মাকৰ একমাত্র ছোৱালী।



এডাল কুটা দুডাল কৰিবলৈ নিদিয়াকৈ ডাঙৰ কৰিছিল। একো কামকে নেজানিছিল। জানিছিল মাত্র ধুনীয়াকৈ মানে ষ্টাইল লগাই কাপোৰ পিন্ধিব। ঘৰুৱা কামৰ কোনো আও-ভাও নেপাইছিল। মামাৰ বন্ধু দেৱকান্ত বৰাই যেতিয়া মামাৰ যোগেদি কথাটো কাণত পেলাইছিল, তেতিয়া মই একো উত্তৰ নিদিলোঁ। মোক এজনী ঘৰ-ধৰি খোৱা ছোৱালী লাগে। চাকৰ-বাকৰ চলাই খাবলৈকো কামটো কি জানিব লাগিব। ইমান এলাইজাৱৰী, আলসুৱা ছোৱালী এজনী বিয়া কৰাই আনিলে, লগতে তাইক সজাই থবলৈ শ্ব-কেছ এটাও আনিব লাগিব। কামে-বনে অকাজী বুলি মই কেৰঘেঁহাইছোঁ বুলি জানি মামাই ক'লে, 'তই বিয়া নকৰালে, দেৱকান্তৰ ছোৱালী বিয়া কৰাওঁতা নোলাব নেকি ? তাই এঘৰত গৃহিণী হৈ নেখাবনেকি ?' খাব, নিশ্চয় খাব। চগা জুইত পৰিবই। জুইত পৰাৰ পিছতহে সি গম পায়, তাৰ মৃত্যু অনিবার্য্য। দূৰৰপৰা জুই সৌন্দর্য্যৰ আকৰ ; তাৰ ধ্বংসকাৰী শক্তি কিমান ধৰিব নোৱাৰি। মূঠতে মই প্রীতিলতাক বিয়া কৰাই ঘৰলৈ আনিবলৈ সক্ষম হ'ব নোৱাৰিলোঁ। মামাই ভালেমানদিনলৈ মাত-বোল বন্ধ কৰি দিছিল। মাজে মাজে দুই এটা সৰু-ডাঙৰ ঘটনাই মনত ভুমুকি মাৰি গ'ল।

বিয়াৰ নিমন্ত্রণ পঠোৱাৰ সময় আহিল। মিতিৰ-কুটুম বন্ধু-বান্ধৱসকলক ঘৰুৱাকৈ তামোল-পাণ দি নিমন্ত্রণ কৰাটো স্থিৰ হ'ল। বাকীবোধক চিঠিৰেই জনোৱাটো থিৰাং কৰিলোঁ। চিঠিত লিখি দিব লাগিব, 'চিঠিৰে নিমন্ত্রণ জনোৱাৰ বাবে ত্রুটি মার্জনীয়।' কিন্তু হঠাৎ মোৰ চাহাবী প্রেতাত্মাটো সাৰ পাই উঠিল। আমাৰ পূর্ব পুৰুষ এজন ইংৰাজ চাহাবৰ নিকিনা গোলাম আছিল। তাৰ তেজ অলপ-অচৰপ আমাৰ গাতো আছিল। ভাবিলোঁ, চিঠিখন ইংৰাজীৰেই দিম। চিঠিখন অলপ ধুনীয়াকৈ ছপাই ডাঙৰ খামত ভৰাই দিয়াটোকে খাটাং কৰিলোঁ। প্রেছলৈ গৈ তাত থকা ছপা চিঠিবোৰ বাছি বাছি এখন উলিয়াই প্রয়োজনীয় নাম-ধাম সলাই

দিলোঁ। মই নিজাকৈ এখন লিখিবলৈ গ'লে কি ইংৰাজী হ'ব ঠিকনা নাই গতিকে নকল কৰাই ভাল। নকল হ'লেও ইংৰাজীৰে লিখা চিঠি, তাৰ মৰ্য্যাদা ক'লৈ যাব? ডাঠ আৰ্ট কাগজত সোণালী আখৰেৰে বহলকৈ চিঠিখন ছপালোঁ। তাকে চাই আহল-বহল খামত ভৰাই ঠিকনাবোৰ লিখি পেলালোঁ। এতিয়ালৈকে চিঠিখনে প্ৰতি এটকা পঞ্চাশ পইচাকৈ খৰচ পৰিল। জলপানটোৰ দাম যিমানেই নহওক, চিঠিখন দামী হওক। আজিকালি বাহিৰত বৰ চুৰিয়াৰ ফেৰ মৰাৰেই দিন। ঘৰৰ তেনেই ওচৰৰে দুঘৰ মানুহক বিয়া নমতাটো ঠিক কৰিলোঁ, কাৰণ ইহঁত দুঘৰে মোৰ কেইবাখনো বিয়া ভঙাইছিল। লিপিহঁতৰ ঘৰলৈ দিয়া বেনামী চিঠিখনো ইহঁতেই লিখিছিল বুলি মোৰ সন্দেহ। গতিকে বিয়া খাবলৈ নমতাই ভাল; এটা মানসিক শান্তি হ'ব। বহুতে, ঘাইকৈ ধনী মানুহে নিজৰ মৰ্য্যাদা ৰাখিবলৈ সমাজৰ সাধাৰণ মানুহৰ ঘৰলৈ আহ যাহ নকৰে কিন্তু বিয়া পাতিলে চিঠি দি মাতে। তদুপৰি চকুৰ চিনাকি নহ'লেও নাম চিনাকি নামজ্বলা মানুহকো বিয়ালৈ মাতে। সামাজিকতাৰ নামত ই এক নিখুঁত অসভ্যালি। যেন তেওঁৰ পুতেক-জীয়েকৰ বিয়াখন খাবলৈ সমাজৰ মানুহবোৰে মুখ-টপালি থাকে। তুমি যাৰ যাৰ ঘৰলৈ অহা-যোৱা কৰা, তোমাক যি ঘৰ মানুহে ওলোটাই মাতিব পাৰে, তেনে মানুহক নিমন্ত্ৰণ জনাব পাৰা; কিন্তু তোমাৰ ধন থাকিলেই কাৰোবাৰ হতুৱাই নাম লিখাই চিঠিবোৰ দলিয়াই নিদিবা। মই লেখি লেখি মানুহ মাতিলোঁ। মিতিৰ-কুটুম, বন্ধু-বান্ধৱ। গাওঁখন আৰু অন্য ধৰণে সংযোগ থকা মানুহখিনিকহে নিমন্ত্ৰণ জনালোঁ। তাৰে ভিতৰত শাখা সাহিত্য সভাৰ সম্পাদক বিদ্যাকান্ত বৰদলৈয়ে ইংৰাজী ভাষাত চিঠি ছপাই বিয়াৰ নিমন্ত্ৰণ দিয়া বাবে প্ৰতিবাদ জনাই এখন চিঠি দিলে আৰু বিয়া খাবলৈ আহিবলৈ অপাৰগতা প্ৰকাশ কৰিলে। হ'ল বিয়া উৰুলি দিয়া। এতিয়া কৰিবলৈ একো নাই। অসমীয়া ভাষা নজনা মোৰ এমুঠি বন্ধুৰ



বাবেই ইংৰাজী ভাষাত চিঠি ছপাই মাতৃ ভাষাৰ অৱমাননা কৰাৰ বাবে পিছত মই অনুশোচনা কৰিব পাৰোঁ; কিন্তু এতিয়া একো কৰিব নোৱাৰোঁ। চাহাব গ'ল, চাহাবৰ প্ৰেতাত্মাবোৰ ৰৈ গ'ল।

বিয়াখন হৈ গ'ল। অতি স্বাভাৱিকভাৱে, নিয়াৰিকৈ। যথাসময়ত সম্প্ৰদান হ'ল। লিপি আহি ঘৰ সোমালহি। প্ৰথম দিনাই লিপিয়ে আটাইৰে লগত সলসলীয়াকৈ কথা-বতৰা পাতি আপোন কৰি ল'লে। সাধাৰণতে বিয়া এখনত কিবা নহয় কিবা এটা খুঁত, কিবা এটা দোষ ওলাবই। বিশেষকৈ আমাৰ দদাই চকুচৰহা বৰুৱাই বিয়াখনে প্ৰতি এটা নহয়, এটা খুঁত উলিয়াবই। তেওঁ ক'ব, দৰা চাই কন্যা নিমিলিল, কন্যাৰ তুলনাত দৰাটো কুমলীয়া বা বুঢ়া, বিয়াত মানুহ নহ'ল, অভ্যৰ্থনা ভাল নহ'ল, বয়-বস্তু টাটক-নাটককৈ দিলে, ৰভাখন সৰু বা মানুহ চাই ৰভাখন অযথা ডাঙৰ হ'ল, দৰাৰ লগত মানুহ বহুত, কন্যাঘৰৰ অভ্যৰ্থনা ভাল নহয়, বুঢ়ী ছাগলীৰ মঙহ, কন্যাৰ ককায়েকটো অহঙ্কাৰী, বাপেকে মাত এষাৰো নেমাতিলে ইত্যাদি। মোৰ বিয়াৰ পাছত মোৰ বন্ধু এজনে ক'লে, 'দদাই, বৃকোদৰৰ বিয়াখন ভালে ভালে হৈ গ'ল। সকলো ভাল। কন্যা ভাল, যৌতুকতো ভাল বস্তুৱেই দিছে। মাক দেউতাক ভাল, মানুহঘৰ ভাল। বিয়াখনো বৰ ভালকৈ হৈ গ'ল। খুৱালে ভাল, সোধন-পোছন, দিয়ন-থোৱন ভাল। দৰাই নিজেই আদৰ-সাদৰ কৰিছে, সোধ-পোছ কৰিছে, খোৱাওঁতে-বোৱাওঁতে খবৰ কৰিছে। মিতিৰ-কুটুম, অঙহী-বঙহী সকলো আহিছে। বতৰো বৰ ভাল পালে। মুঠতে ভালেৰেই সকলো হৈ গ'ল। বৰ ভাল কথা, দদাই, কি বোলে?' দদাই অৰ্থাৎ চকুচৰহা বৰুৱাই উত্তৰ দিলে, 'সিমান ভালো ভাল নহয়।'

**সমাপ্ত**